নক্ষত্ৰ স্বকীয়া কক্ষত ঘূৰে ; কিন্তু নক্ষত্ৰ বুলি সিহঁতৰ ৰিজনি হয়। দৃষ্টান্তস্বৰূপে, আংশিকভাৱে হলেও কালিদাসৰ 'শকুন্তলা' নাটকৰ লগত শেক্সপীয়েৰৰ 'ৰমিও-জুলিয়েট' নাটকৰ ৰিজনি খাটে ; কিন্তু শকুন্তলা নাটকৰ আৰম্ভতে এটি হৰিণাৰ বিপক্ষে ধনু-কাঁড় লোৱা ৰজাৰ প্ৰতি "ভো ভো ৰাজন্, আশ্ৰম-মৃগোঽয়ং ন হন্তব্যো ন হন্তব্যঃ" নিষেধ-ৰাণী ঘোষিত হোৱাৰ লগে লগেই যেনেকৈ ভাৰতীয় শান্তি-প্ৰীতিৰ মূল-মন্ত্ৰ উচ্চাৰিত হল ঃ 'ৰমিও-জুলিয়েট' নাটকৰ আৰম্ভতে মণ্টেগু-কেপুলেট্ দুই পৰিয়ালৰ কোনোবা-কলীয়া খৰিয়ালৰ বাবে যেতিয়া দুই পৰিয়ালৰ দুটা লগুৱাই বাটত ভেটা-ভেটি হৈ কটা-কটি কৰিব খুজিলে তেতিয়াই তাত য়ুৰোপৰ খোৱা-কামোৰা ৰূপী জীৱন-দৰ্শন প্ৰতিভাত হৈ পৰিল। তদুপৰি প্ৰাচীন ভাৰতীয় সাহিত্যত বিয়োগাত্মক নাটক বিৰল ঃ জুইত ছগাৰ দৰে প্ৰেমত ৰমিও-জুলিয়েট ছাই হৈ গ'ল, কিন্তু সেই প্ৰেমৰ জুইতে দুষ্মন্ত-শকুন্তলা সোণৰ দৰে পৰিশুদ্ধ হৈ উঠিল।

মুঠতে, অসমীয়া সাহিত্যৰ সুঁতিও একেটি ; নান্যঃ। ডাক পুৰুষৰ পৰা আজিৰ পুৰুষলৈকে অসমীয়া কবি-সাহিত্যিকসকলে তথা অসমীয়া জাতিয়ে সেইটি পৱিত্ৰ সুঁতিৰে নিৰ্মল পানী পি আত্মা পৰিতৃপ্ত কৰিছে পুৰুষানুক্ৰমে, যুগে যুগে ঃ আজিৰ খৰালি কোনোমতে চিৰ্-চিৰ্ কৈ বোৱা এই সুঁতিয়েদিয়েই মহাপুৰুষীয়া সাহিত্যৰ বাৰিষাৰ ধল "শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা, বহে ব্ৰহ্মাণ্ডক ভেদি।" পঞ্চদশ-ষোড়শ শতিকাত মহাপুৰুষীয়া কবিসকলে যেনেকৈ গীতা-ভাগৱত আদি প্ৰাচীন ভাৰতীয় বৈষ্ণৱ সাহিত্যৰ পৰা অসমীয়া সাহিত্যৰ এই সুঁতিলৈ লোৰ কাটি দি প্ৰাচীন কামৰূপ প্লাবিত আৰু উৰ্বৰা কৰিছিল, ঊনৈশ শতিকাতো খৃষ্টান পাদ্ৰীবিলাকে তেনেকৈয়ে য়ুৰোপীয় সাহিত্যৰ পৰা এটি ঠেক লোৰ কাটি দিছিল, আৰু সেই লোৰেদি অসমীয়া সাহিত্যৰ নিজ সুঁতিলৈ তাৰ নিৰ্মল পানী চিৰ্ চিৰ্ কৈ আজিলৈকে বৈ আছে ; মহাপুৰুষীয়া সাহিত্যৰ তুলনাত এই ধল সামান্য হলেও নগণ্য নহয় নিশ্চয়। তাৰ পাছত আকৌ আমাৰ সাহিত্যৰ সুঁতিলৈ খৰালি আহিল, আৰু সেই খৰালিতে আমি কাল কটাব লাগিছোঁ। আমাক আকৌ বাৰিষা লাগে ; মহাপুৰুষীয়া কবি-সাহিত্যিক আৰু খৃষ্টান পাদ্ৰীবিলাকৰ দৰে লোৰ খানি বাহিৰৰ পৰাই এই সুঁতিৰ ধল বোৱাব লাগিব ; কিন্তু সাৱধান! লোৰ খানি আমি যেন লোকৰ গেলা খালৰ পানী নুসুমুৱাওঁ ; খাল কাটি দি যেন ঘৰিয়াল নচপাওঁ। আজি নতুনৰ যুগ যে সন্দেহ নাই ; কিন্তু নতুনে নতুন আনক ঃ নিৰ্মল জলৰ বাবে লোৰ খানক, পৱিত্ৰ বায়ুৰ বাবে খিৰিকী কাটক ঃ কিন্তু পচা গোন্ধ যেন নুসুমাৱাওক। নতুনতে আমাৰ সৰ্বভৰষা, নতুনতে আমি পুনৰ জীৱন পাবলৈ বিচাৰোঁ ; ভৱিষ্যত জাতি, ভাষা, সাহিত্যৰ ন্যাস-ৰক্ষী এই নতুন বংশৰ দায়িত্ব অসীম। অসমীয়া জাতিৰ, অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ, এই অনাদি হেন পৱিত্ৰ সুঁতিয়েদি নতুন সদাগৰহঁতে হেমাভাৱে নতুন বণিজ কঢ়িয়াই আনক ঃ এয়ে যেনেকৈ অসম-মাতৃৰ, তেনেকৈ পুৰণিবিলাকৰ হিয়া-ভৰা হেপাহ ; কিন্তু সেই বণিজ যেন অসমৰ বাবে সুসম্পদ হয়, আপদ নহয় ; অসম-মাতৃৰ চৰণ-তলত দিবলৈ তেওঁলোকে গোটেই পৃথিবীৰ ধন-সোণ মণি-মুক্তা আনক ; কিন্তু সি যেন অসম-মাতৃক দেৱীতকৈও দেৱী সাজিবৰ উপযোগী হয়, অসমীক "ৰঙ্গিনী বঙ্গিনী" সাজিবলৈ নহয়" ; অসম-মাতৃৰ, তথা অসমীয়া জাতিৰ ভুৰি ভোজনৰ বাবেও তেওঁলোকে দেশ-বিদেশৰ পৰা পাচিয়ে পাচিয়ে নতুন খাদ্য-সম্ভাৰ আনক, অসম-মাতৃ তথা অসমীয়া জাতিয়ে তাকো বাঞ্ছা কৰে ঃ তাৰ তালিকা বা প্ৰস্তুতি-কৌশল তেওঁলোকে আমাৰ আগত দাঙি ধৰিব নালাগে ঃ মুঠেই এটি অনুৰোধ, সি যেন অসম-মাতৃৰ, তথা অসমীয়া জাতিৰ, খাৰ-খোৱা জিভাত সদায়েই ৰুচি-লগা হয়, সি যেন সেই ৰুচি বিকৃত কৰিবৰ অপচেষ্টা নকৰে, আৰু সেই ভোজন-সম্ভাৰ যেন অসমীয়াৰ অজীৰ্ণকৰ বৰ বিহত পৰিণত নহয় ঃ অসম-মাতৃৰ একমাত্ৰ আশা-ভৰষাৰ স্থল অসমীয়া নতুন বংশধৰসকলক

পুৰণিয়ে দঢ়াই দঢ়াই ইহকাল-পৰকালৰ দোহাই দি এই একমাত্ৰ মিনতি জনায়।

### ভৱিষ্যৎ-দৰ্শী সাহিত্যত জাতীয় সুস্বপ্ন

সৎ সাহিত্যিকৰ দৰে সৎ সাহিত্যও ভৱিষ্যৎ-দৰ্শী হব পাৰে; দ্ৰষ্টা বা ঋষি-কল্প সাহিত্যিকসকলে আজি যিটো ক'ব সেইটো আজি নহলেও কাইলৈ ফলিয়াব পাৰে। দৃষ্টান্তৰূপে, ইংৰাজী সাহিত্যত থ'মাছ মুৰে (১৪৭৮-১৫৩৫) তেওঁৰ অমৰ 'ইউটপিয়া' গ্ৰন্থ লিখাৰ প্ৰায় এশ বছৰৰো সৰহ কালৰ পাছত ফ্ৰেন্সিছ বেকনে (১৫৬১-১৬২৬) তাৰ ওপৰতে ভিৰ দি তেওঁৰ 'নিউ আটলান্টিছ' গ্ৰন্থ লিখে: এই গ্ৰন্থত বেকনে স্পষ্টভাৱে উৰা-জাহাজ, পানীৰ তলে যোৱা নাও, ৰোগ-চিকিৎসাৰ বাবে বতাহৰ বিশেষ গুণ ফালি উলিওৱা আদিৰ কথা কৈছে; আৰু তেতিয়াৰ এনেবোৰ কল্পনা তাৰ দুশ বছৰ মানৰ পাছতহে বিজ্ঞানে লাহে লাহে বাস্তৱত পৰিণত কৰিছে। আৰবীয় উপন্যাসৰ 'সহস্ৰেক নিশা'ৰ সাধুবোৰৰ দিগ্বিজয়ী কল্পনাই সেই ছেমিটিক জাতিৰ শাৰীৰিক দিগ্বিজয়ৰ পূৰ্ব-আভাস যাচে। কিন্তু জাতিৰ সামাজিক সাধনা অবিহনে এনে ভৱিষ্যৎ-বক্তা মনীষীৰ জন্ম সম্ভৱ নহয়, বা তেনে ঋষিকল্প পুৰুষ জন্মিলেও জাতিৰ মানস-চকুৰ মল দূৰ নহলে চিনিব নোৱাৰে।

ভাৰতবৰ্ষৰ ৰাজনৈতিক পৰাধীনতা দূৰ হল সঁচা, কিন্তু তাৰ লগে লগে মানসিক পৰাধীনতাই দেশ ছাটি পেলাইছে; আজি আমি কায়া বুলি ছাঁয়াকে চাইছোঁ, ধ্বনি বুলি প্ৰতিধ্বনিকে শুনিছোঁ: এই বিপৰ্য্যয়ৰ অৱসান ঘটাবলৈ আমি সাহসিকতাৰে কামত আগ-বাঢ়িব লাগিব, আৰু সাহিত্যই তাৰ ঘাই মাধ্যম হব লাগিব। ইংৰাজ জাতিয়ে ওঠৰ-উনৈশ শতিকালৈকে পৃথিবীত যি বেলি-মাৰ নোযোৱা সাম্ৰাজ্য গঢ়িছিল, তাৰ প্ৰেৰণা আৰু আগজাননী যোল-সোতৰ শতিকাৰ ইংৰাজী সাহিত্যত সোমাই আছিল; সেয়ে প্ৰমাণ



কৰি দেখুৱায় যে স্বপ্নই কাৰ্য্যৰ প্ৰসূতী। বৌদ্ধ ধৰ্মৰ প্ৰচাৰে যেনেকৈ ৰাজভিক্ষু অশোকৰ সাম্ৰাজ্য, বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰে যেনেকৈ গুপ্ত সাম্ৰাজ্য, মহাপুৰুষীয়া ধৰ্মৰ প্ৰচাৰে তেনেকৈ যোল-সোতৰ শতিকাৰ নতুন অসম ৰাজ্য গঢ়ি তুলিছিল; সেইবোৰ আধ্যাত্মিক আন্দোলনৰ লগত এনে বৈষয়িক উন্নতিৰ সম্পৰ্ক পথালি-চকুত ধৰা নপৰিলেও এনেবোৰ বিভিন্ন প্ৰমাণে দেখুৱায় যে বৈষয়িক উদ্দেশ্য নোহোৱাকৈয়ে প্ৰকৃত আধ্যাত্মিক আন্দোলনে বৈষয়িক উন্নতি সাধন কৰিব পাৰে আৰু কৰে; বাইবেলৰ উপমাৰে কবলৈ হলে, আত্মাৰূপী ছেম্ছনক যেতিয়া ইন্দ্ৰিয়াসক্তি-ৰূপ ডিলাইলাৰ মোহ-নাগ-পাশ ছিঙি মুক্ত কৰা হয়, তেতিয়া সি অসাধ্য সাধন কৰিব পাৰে। বাৰিষাৰ বানপানীয়ে যেনেকৈ শস্য-ক্ষেত্ৰ বা আন ক্ষেত্ৰৰ বাচ-বিচাৰ নকৰি সকলো ক্ষেত্ৰ একেলগে আৰু সমানে উৰ্বৰা কৰে, মেঘ-মুক্ত জোনায়ে যিদৰে ফুলনি বা ৰাজকাৰেং বিচাৰি নকৰি সদৌ বসুধাক ৰূপালী কিৰণত স্নান কৰায়, মহাপুৰুষীয়া আধ্যাত্মিক উৎকৰ্ষৰ প্লাৱনে সেইদৰে সেই ধৰ্মৰ প্ৰচাৰৰ ক্ষেত্ৰ বা অক্ষেত্ৰ নগণি সমগ্ৰ অসম প্লাৱিত কৰিছিল যে সন্দেহ নাই; গতিকে নৰনাৰায়ণ চিলাৰায় প্ৰভৃতিৰ বাহিৰেও জয়মতী, ৰুদ্ৰসিংহ, লাচিত আদিকো বাস্তৱতে সেই আধ্যাত্মিক জাগৃতিৰ ফল বুলিব লাগিব।

সাহিত্যৰ ফল-ফুল যিমানেই সুদূৰ-প্ৰসাৰী হওক, ই সদায় লতা-গছহে; ই বগাবলৈ এক আলম নহলেই নহয়। বিপুল মহাপুৰুষীয়া সাহিত্য মহাপুৰুষীয়া ধৰ্ম-আন্দোলনৰ গাত বগাইছিল; ইয়াৰ শাৰীৰ নহলেও "জোনাকী" যুগৰ সাহিত্যই বৰ্তমান অসমীয়া ভাষাৰ আন্দো-লনক আশ্ৰয় কৰি নিজক গঢ়ি তুলিছিল। এটা হীন জাতিয়ে এটা মহৎ সাহিত্য গঢ়িব নোৱাৰে নিশ্চয়; ৰাজনৈতিক পৰাধীনতাৰ হীনতাৰ মাজতো ৰবীন্দ্ৰনাথক লৈ উনৈশ শতিকাত বঙলা সাহিত্যই ঠন ধৰি উঠিছিল: কিয়নো সেই শাৰীৰিক পৰাধীনতাক উলাই কৰি বঙালী জাতি আৰু বঙালী সমাজে নিজৰ মনৰ ধূলি-মাকতি গুচাই

শুচি হব পাৰিছিল। মৈবাৰ খোজ অনুকৰণ কৰিবলৈ গৈহে হেনো প্ৰাতি-হাঁহ ফেৰেকা হ'ল; কিন্তু অসমীয়া-মৈবাই যে নিজ খোজকে পাহৰি ফেৰেকা হৈছে, বুৰঞ্জীয়ে তাৰ সাক্ষ্য দিছে। আজি আমি অসমীয়া সাহিত্যক নতুন আৰু জীৱন্ত কৰি গঢ়িব খুজিলে মৰা-মুজা অসমীয়া সমাজ তথা মুমূৰ্ষু অসমীয়া জাতিক আগতে জীয়ামুৰা কৰি লব লাগিব যে ই ধুৰুপ। কমাৰৰ ভাটিৰ দৰে ফোঁচ্‌ফোচোৱাকে বা লেলাই-ধেন্দাই কাল কটোৱাকে জীয়াই থকা নোবোলে নিশ্চয়। অসম আৰু অসমীয়াৰ কথাত মাজুলিৰ উপমা চিৰকালেই খাটে; চাওঁতে চাওঁতে অন-অসমীয়াৰ বান-পানীয়ে অসমক গিলোঁ গিলোঁ কৰিছে: অন-অসমীয়াক আমি সামৰি লব নোৱাৰিলে অন-অসমীয়াই যে আমাক সামৰি ল'ব তাত ধনিষ্ঠামানো সন্দেহ নাই। আলহী আহি কেতিয়াবাৰ পৰাই আমাৰ বৰঘৰত থিয়া-থি কৰি এতিয়া লাহে লাহে পিয়া-পি দিছে; আমি মূৰ তুলি তেওঁলোকলৈ চোৱা নাই, ডুখৰী পিৰাখন আগবঢ়াই দিও শুশ্ৰূষা কৰা নাই; তাৰ অৱশ্যম্ভাৱী ফল মাত্ৰ এয়ে যে আমাৰ বৰ-পিৰা তামুলী-পিৰা আলহীয়ে কাঢ়ি ল'ব বা লৈছে, আৰু আমি নিজৰ বৰঘৰতে আলহীৰ ঠাই ল'ব লগা হব বা হৈছে!!

বাহিৰৰ পৰা অহা বিলাকৰ কথা এৰিও আমাৰ ভিতৰৰ দিহা-পোহাই গঢ় লোৱা বুলিব নোৱাৰি। দৃষ্টান্তৰূপে, গুৱালপাৰা জিলাৰ মাত-কথা, শব্দমালা আদিলৈকে আমি চকু দিয়া নাই; তাত এনে কিছুমান বিশিষ্ট শব্দ আৰু ব্যাকৰণৰ গঢ় সিঁচৰতি হৈ আছে যে সেইবোৰ বৰ্তমান অভিধান-ব্যাকৰণৰ আলোচনালৈ কেতিয়াবাই সোমাব লাগিছিল। যেনেকৈ প্ৰচলিত "ছোৱালী" শব্দ মূলত উভয় লিঙ্গ, সেই বাবেই "মাইকী ছোৱালী" এতিয়াও চহা ভাষাত কয়: শঙ্কৰ-দেৱৰ সাহিত্যত "নপাইলে ধৰি মাৰন্ত ছৱালী" বুলি ল'বাৰ কথা কৈছে: এই শব্দৰ বিভিন্নৰূপেই কামৰূপত "ছলি" আৰু গুৱাল-পাৰত "ছাৱা": এনে আৰু অনেক শব্দ কামৰূপ জিলাৰ পৰা



আৰম্ভ কৰি গুৱালপাৰ, ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰি, দিনাজ-পুৰ আদি পুৰণি কামপীঠ আৰু ৰত্নপীঠ অঞ্চলত বিচাৰিলে এতিয়াও ওলাব। বৰ্তমান প্ৰচলিত "বহক", গুৱালপাৰাত "বহেক"; মহা পুৰুষীয়া সাহিত্যত "হাসিলেক কোনে হেন কৰিলেক বুলি।" তুলনীয়। আকৌ অতীত কালত প্ৰচলিত "গ'ল" "ৰ'ল" কেতিয়াবা "গ'লে" "ৰলে" এনেভাৱেও কোৱা হয়; কিন্তু "ক'লে" "খালে" আদি অনিশ্চিত কাৰ্য্যবোধক ৰূপ অতীত কালত কেতিয়াবা ব্যৱহৃত হয় যদিও, গুৱালপাৰত তেনে নকৰি "ক'ল," "খাল," আদি ৰূপেই চলে: অসমীয়া ব্যাকৰণত এতিয়া এনেবোৰ বিষয়ৰ বহল বিচাৰ লাগে। পূৰ্ব-শঙ্কৰী হেম-সৰস্বতী প্ৰভৃতি কবি গুৱালপাৰ জিলাৰ বুলি ঠাৱৰোৱা হয়; যেনে তেনে, সদৌ নামনি অঞ্চলৰ চলিত ভাষা ভালদৰে চালি-জাৰি ল'লে তাৰ মলখুখিনিয়ে অসমীয়া অভিধান-ব্যাকৰণ চহকী কৰিব বুলি ডাঠি কব পাৰি।

ইংৰাজী, বঙলা, হিন্দী আদিৰ অনুকৰণৰ বাহিৰে অসমীয়া ভাষা-সাহিত্যত নতুনৰ উন্মেষ আৰু নতুনৰ স্বপ্ন আজিও যেন নতুন কথা হৈয়ে আছে: অনুকৰণৰ কুঁৱলী ফালি, গতানুগতিকতাৰ অন্ধকাৰ ভেদি, নতুন পোহৰ অসমীয়া সাহিত্যত আজিও সোমাব পৰা নাই কিয়? আমি মুখেৰে নতুন দিগন্তৰ কথা কওঁ, কিন্তু হাতে-কামে তাৰ আভাস দিব নোৱাৰোঁ: যেন আগৰ যি আন্ধাৰ আমি আজিও বা আগলৈকো সেই আন্ধাৰতে কপজপাই থাকিম!! এই খেলি-মেলি দূৰ কৰিবৰ একমাত্ৰ উপায় জগতৰ আজিৰ প্ৰগতিশীল সাহিত্যৰ পোহৰত বৰ্তমানে অসমীয়া সাহিত্যত ৰঞ্জন-ৰশ্মি সোমাব পৰা হেন ধাৰাবাহিক তীব্ৰ সমালোচনা। ইয়াৰ বাবে যোগ্য লোক আমাৰ মাজত নিশ্চয় আছে, আৰু নহলেও তেনে লোক আমি উলিয়াই লবই লাগিব। অসম সাহিত্য সভা পত্ৰিকাই নিশ্চয় তাৰ উপযুক্ত বাহন আৰু অসম সাহিত্য সভাই তাৰ উপযুক্ত প্ৰেৰক যন্ত্ৰ হব

লাগিব। এই চেষ্টাৰ দ্বাৰাই অসম সাহিত্য সভাই অসমীয়া সাহিত্যৰ বিশিষ্ট সেৱা আগবঢ়াই নিজৰ যোগ্যতা প্ৰতিষ্ঠিত কৰিব পাৰিব।

আমি আশা কৰোঁ দোকমোকালিৰ আগৰ যি ঘোপমৰা আন্ধাৰ আমি আজি সেই আন্ধৰতহে। ফেহুজালিৰ আগন্তুকত নিশাচৰবোৰৰ যি উক্‌মুকনি, আমাৰ চাৰিওফালে আজি তাৰেই গোজৰণি শুনিছোঁ; সেই অন্ধকাৰ আৰু সেই নিশাচৰবোৰৰ লগত যুঁজি আমি জয়ী হ'ম, ই তাৰেই ইঙ্গিত বুলি আমি বুজিব লাগিব। টোপনিত কোক্‌মোকোৱা ৰোগৰ দৰে ভয়-সন্দেহ-অবিশ্বাসত আমি কাল কটাইছিলোঁ; আজি আমাৰ "ভিদ্যতে হৃদয়-গ্ৰন্থিঃ ছিদ্যন্তে সৰ্বসংশয়াঃ।" অসমীয়া কোনো কালেই ভীৰু বা পৰ-পদসেৱী জাতি নাছিল, আজিও তেনে হব নোৱাৰে; অসমীয়াই আজি বীৰৰ দৰে জীয়াই থাকিব জনা নাই বাবেই বীৰৰ মৰণে মৰিবও নাজানিব তেনে হব নোৱাৰে। "ধৰ্মঃ হতো হন্তি ধৰ্মো ৰক্ষতি ৰক্ষিতঃ।" অসমকো যি ৰক্ষা কৰিব অসমেও তাক ৰক্ষা কৰিব; যেয়ে অসম-বাঘিনীৰ গাত গুলি লগাব, তাৰ আধ্যা নেপেলোৱাকৈ অসমীয়া মৰিব নোৱাৰে।

## অসমীয়া জাতীয় সাধনাৰ তীব্ৰ প্ৰয়োজনীয়তা

বন্ধুসকল, ১৭৬২ত কৰ্ছিকা দ্বীপৰ বিষয়ে ৰুছই লিখিছিল, 'মোৰ মনত গাজিছে, এই এধানমান দ্বীপটিয়ে য়ুৰোপ মহাদেশক চমক লগাব। পৰ-দেশে ভৰিৰে মোহৰা কৰ্ছিকাৰ মুক্তিৰ যুদ্ধৰ কথাকে ৰুছই তেতিয়া ভাবিছিল চাগৈ; আৰু তাৰ সাত বছৰৰ পাছত ৰুছৰ সেই সৰবজানী কথা ফলিয়াইছিল ১৭৬৯ৰ ১৫ আগষ্টত নেপলিয়ন বোনাপাৰ্ট নামৰ কেচুৱাটিৰ জন্মত। ৰুছৰ শাৰীৰ মনীষা বা সৰব্‌জানী গুণ মোৰ নহব পাৰে, তথাপি কৈশোৰৰে পৰা মোৰ মনত কেনেকৈ জানো এটা ভাব সদায় জাগি আছে—অসম অচিৰে পুনৰ ন্নাৰেঁ-গাৰেঁ অসম হব; সেই কামৰূপ প্ৰাগ্‌জ্যোতিষৰ পুৰণি গৌৰৱ অসমত নৱকৈ পুনৰ উজলি উঠিব। ইংৰাজ কবি টেনিছনে তেওঁৰ প্ৰথম



"লক্স্‌লী হল" কবিতাত যি ভৱিষ্যৎ-বাণীৰ সুৰ বজাইছিল, তাৰ সম্ফলতাত 'লক্স্‌লী হল্ তিনি কুৰি বছৰৰ পাছত' বুলি লিখা দ্বিতীয় কবিতাত তাৰ সুমৰণ কৰিছিল: টেনিছনৰ সুযশ-প্ৰতিভাৰ আশা বা দাবী নুপুহিলেও আৰু টেনিছনৰ দৰে তিনি কুৰি বছৰৰ মূৰত লিখিবলৈ বাট চাব নোৱাৰিলেও মোৰ ১৯২৩ ত লিখা "বুৰঞ্জী-লেখক" কবিতাত অসমৰ তথা ভাৰতৰ ভবিষ্যত সম্পৰ্কে যি হেপাহ মনত পুহিছিলোঁ, ১৯৪৭ ৰ অসমৰ তথা ভাৰতৰ নৱ উপাৰ্জিত স্বাধীনতাত তাৰ এভাগ পূৰণ হোৱাৰ পাছত, "বুৰঞ্জী-লেখক" কবিতা লিখাৰ পূৰা দুকুৰি বছৰৰ শেষত, "সমাজিক পুৰতী ৰাতিৰ" কবিতাত অসমৰ বিষয়ে বাকীখিনি হেপাহ পূৰণৰ কথা লিখিছোঁ। ই কল্পনা-বিলাস নহয়; ই মোৰ আন্তৰিক বিশ্বাস আৰু পূৰ্ব জন্মাৰ্জিত জ্ঞানৰ কথা বুলি ভাবোঁ। পঢ়ি-শুনি ভাবি-গুণি যি পাওঁ তাৰ পৰা অনুমান হয়, অসমীয়াৰ দৰে সবল আৰু উদাৰ জাতি পৃথিৱীত বিৰল; বুৰঞ্জীয়ে দেখুৱায় ভাৰতৰ ইতিহাসে ঢুকি পোৱা-নোপোৱা কালৰে পৰা ১৮২৬ খৃষ্টাব্দলৈকে অব্যাহতভাৱে নিজ স্বাধীনতা গৌৰৱেৰে চিৰকাল ৰক্ষা কৰি অহা দ্বিতীয় জাতি ভাৰতত নাই: যি কালত ভাৰতৰ সকলো ৰাষ্ট্ৰই বিজেতাৰ কাষত শিৰ দোঁৱাই নিজক কৃতাৰ্থ মানিছিল, তেতিয়াও এই এমুঠি অসমীয়াই এবাৰ-দুবাৰ নহয়, সোতৰ-বাৰ বিশ্ববিজয়ী মোগল শক্তিক পৰাস্ত কৰি খেদি দি সেই সাত-শতুৰুৰ মুখতো অসমীয়া জাতিৰ গুণ-গান কৰাইছিল। পৰ-পদ-সেৱাৰ বীজ কোনো কালে অসমীয়াৰ তেজত নাছিল: মহাকবি বাণভট্টই যাক মহাত্মা নৰক বুলিছিল, যি পূব ভাৰতত প্ৰথম আৰ্য্য-ৰাজ্য থাপনা কৰিছিল আৰু দেৱৰাজ ইন্দ্ৰৰ লগত যুঁজি বিজয়ী হৈ আছিল; তেওঁৰে পুতেক ভগদত্তই নিজক ইন্দ্ৰ-সখা বুলি অৰ্জ্জুনক অপত্য স্নেহ যাচিছিল; এই ভগদত্তৰে পুতেক শিশু বজ্ৰদত্তই পিতৃহন্তা অৰ্জুনৰ লগত ফেপেৰি পাতি যুঁজ কৰিছিল: সেই অসমীয়া জাতি আজি দীন হলেও হীন কেতিয়াও হব নোৱাৰে। সেই নৰক ভগদত্ত বংশধৰ, পূব ভাৰতৰ

সম্ৰাট ভাস্কৰবৰ্মা, যি উত্তৰ ভাৰতৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ লগত ফেৰত জিকিলেও কেতিয়াও হৰা নাছিল; যাৰ য়ুয়ান-চোৱাঙৰ নিমন্ত্ৰণ নানা চেলু দেখুৱাই প্ৰথম দুবাৰ উপেক্ষা কৰাত তৃতীয় বাৰত অসমীয়া সৈন্য-বাহিনীৰে 'নালন্দা খচকত ধূলি কৰি উৰাই দিম' বোলা ফোৰো-হনিত সি ততালিকে গৃহীত হৈছিল; গুপ্ত সম্ৰাট পৰিয়ালত বৈবাহিক সম্পৰ্ক ঘটা প্ৰথিতযশা নেপালৰ লিচ্ছিবি পৰিয়ালেও "গৌড়োড্ৰাদি কলিঙ্গ-কোশলপতি" কামৰূপৰ ৰজা হৰ্ষদেৱৰ কন্যাক বিয়া কৰাবলৈ পাই গৌৰৱ বোধ কৰিছিল, সেই অসমীয়া জাতি আজি কেতিয়াও পিছপৰা হৈ থাকিব নোৱাৰে। সৌ-সিদিনাও যি অসমীয়াৰ নৰ-নাৰায়ণ-চিলাৰায় আৰু ৰুদ্ৰসিংহই সৰ্বভাৰতীয় দৃষ্টি-ভঙ্গীৰে মহা পয়োভৰে পছিম আৰু পূব কামৰূপ ৰাজ্য শাসন কৰিছিল, সেই অসমীয়া জাতি আজি কেতিয়াও পৰ-পদানুসৰণকাৰী হৈ চলিব নোৱাৰে। আজি অসমীয়াৰ নাটনি একেটা মূল বস্তু, সেয়ে হৈছে জাতীয় সাধনা; ইয়ে অধঃপতিত জাতিৰ উদ্ধাৰৰ একমাত্ৰ মহামন্ত্ৰ। উনবিংশ শতিকাত ইংলণ্ডৰ অধঃপতিত সমাজে সেইবাবে ৱৰ্ডছ্‌ৱৰ্থৰ কবিতাইদি মিল্টনক পুনৰ আৱাহন জনাইছিল; বঙ্গৰ আদি-ব্ৰাহ্ম সমাজৰ এজন ঘাই প্ৰচাৰক ৰাজনাৰায়ণ বসুৱে মহৰ্ষি বাল্মীকিৰ আশ্ৰম বুলি খ্যাত বৰ্তমান কানপুৰৰ ওচৰৰ বিথুৰ নামৰ ঠাইত বঙালী জাতিৰ হকে এটি প্ৰসিদ্ধ প্ৰাৰ্থনা কৰিছিল: 'হে ভগৱান, কেতিয়া আমাৰ মাজত বাল্মীকিৰ তুল্য প্ৰতিভাৰ এজন কবিৰ জন্ম দিবা, যাৰ বৰ্ণনা অযোধ্যা, লঙ্কা, দাক্ষিণাত্যতে আৱদ্ধ নাথাকিব, কিন্তু সমগ্ৰ বিশ্বৰ দীঘ-বাণি তেওঁৰ কবিতাই সামৰিব' ইত্যাদি; আমি সহজে মন কৰিব পাৰোঁ যে তাৰ কেইবছৰ মানৰ পাছত ওপজা ৰবীন্দ্ৰনাথত সেই প্ৰাৰ্থনাৰ সাৰ্থকতা ঘটিছিল। ইয়াৰ তুলনাত অসমীয়া জাতিয়ে যে কিমান পুৰুষৰ সাধনাৰ ফলত শ্ৰীমন্ত শঙ্কৰ-দেৱক লাভ কৰিছিল তাক কল্পনা কৰাও টান; এই পাঁচ শ বছৰ যে অসমীয়া জাতি লেলাই-ধেন্দাই হলেও জীয়াই আছে, সি সেইজন



অসমীয়া জাতীয় গুৰুৰ কৃপাৰ ফল মাত্ৰ। কিন্তু আজিৰ দৰে "দিন ভিক্ষা, প্ৰাণ ৰক্ষা" কৰি অসমীয়া আৰু কিমান দিন জীয়াই থাকিব পাৰে? আমাৰ নতুন জাতীয় সাধনাৰ তীব্ৰ প্ৰয়োজন কেতিয়াবাৰ পৰাই অনুভৱ কৰা হৈছে; আজি অসমীয়া জাতি আৰু সমাজ, অসম ৰাজ্যপালন, সদৌৰে চেষ্টা এই একেটি বিষয়ত কেন্দ্ৰীভূত হোৱা নিতান্ত আৱশ্যক হৈছে। পৃথিবী এৰি পাৰ দিবলৈ আশা কৰা যেন বাতুলতা, অসমীয়া ভাষা-সাহিত্য অবিহনে অসমীয়া জাতি, আৰু অসমীয়া জাতি অবিহনে অসমীয়া সমাজ আৰু অসমীয়া ৰাজ্য-পালন, তেনেকৈয়ে অদূৰ ভবিষ্যতত দিনৰ সপোন হব।

"মৰে অসম, জীয়ে কোন? জীয়ে অসম, মৰে কোন?" এই আজি অসমীয়া জাতিৰ নতুন জীৱনৰ বিজয় হুঙ্কাৰ। অসমী জীয়াই থাকিব লাগিব; আৰু অসমীৰ বুকুৰ কুটুম কোনো মৰিব নোৱাৰিব: এয়ে আমাৰ জাতীয় পণ। অসমীৰ কোলা মাতৃ-হেৰুওৱা আন সন্তানৰ বাবেও সদায় মুকলি; অন্নপূৰ্ণা হৈ এই অসমীয়েই সবাওটিকে অন্ন যাচিছে; স্তন্যময়ী হৈ পুত্ৰ-পোষ্য সদৌকে পুণ্য পীয়ুষ পিয়াইছে: তাৰ বাবে অসমবাসী ধন্য আৰু চিৰ গৌৰৱান্বিত। অনেকবাৰ আমি দোহাৰিব পাৰোঁ, অসম ভাৰতৰ গৌৰৱ-মুকুট; যেতিয়া সমগ্ৰ ভাৰত বিভিন্ন শাসনকাৰীৰ পদানত আছিল, তেতিয়াও অসমে সৌ দেড় শ বছৰৰ আগলৈকে স্বাধীনতাৰ বিজয়-পতাকা সগৰ্বে উৰাই আছিল? এই নতুন স্বাধীনতাৰ আন্দোলনতো এই বাবেই অসমে আগ ভাগ লব পাৰিছিল; কিন্তু সেই স্বাধীনতা-লাভৰ পাছত অসম আজি নিষ্ঠুৰভাৱে অৱহেলিত; এই লাঞ্ছনা দূৰ কৰিবলৈ অসমীৰ পুত্ৰ-পোষ্য সকলো এক গোট হৈ অসমীৰ গৌৰৱ অম্লান কৰি ৰাখিব লাগিব। "কুমলীয়া আদা দেখি টিকাত মচি খায়" বুলি অসমীয়া পটন্তৰে কয়; এতিয়া সেই আদা পৈণত বুলি প্ৰমাণ দিবৰ পাল পৰিল; যি অসমীৰ হিয়া কুসুমতকৈও কোমল, আৱশ্যক মতে সি বজ্ৰতকৈও কঠিন বুলি চিনাকি দিব লাগিব। যি প্ৰাগ-

জ্যোতিযে ভাৰতৰ পূব আকাশত প্ৰাজ্য আৰ্য্য ৰাজ্যৰ পৱিত্ৰ জ্যোতি বিলাইছিল, অসমবাসীয়ে প্ৰাণ গ'লেও সেই জ্যোতি ম্লান হবলৈ কেতিয়াও এৰি নিদিব। ইহাতে নতুন ভাৰতৰ নতুন স্বাধীনতাৰ গৌৰৱ-উজ্জ্বল কৰিবৰ ঘাই দায়িত্বও এই অসমৰেই; কিয়নো যুগ-যুগান্তৰ পৰাধীনতাৰ ক'লা চেকা নপৰা ৰাষ্ট্ৰ একমাত্ৰ অসমেই। কিন্তু ভাৰতৰ উন্নতি-সাধন আমাৰ দ্বিতীয় দায়িত্ব নহয়; অসমৰ উন্নতি সাধনৰ ভিতৰেদিয়েই আমি ভাৰতৰ উন্নতি সাধিব লাগিব ঃ জগতৰ ভিতৰত অসমক ধনে-ধানে, মানে-যহে, এখন আদৰ্শ ৰাষ্ট্ৰ কৰি গঢ়ি তোলাই আমাৰ একমাত্ৰ ধ্যান হোৱা উচিত; আৰু তেতিয়া হলেই অসমে ভাৰতৰ উন্নতিত যথেষ্ট তেল-শলিতা যোগাব পাৰিব ঃ আৰু তেতিয়া হলেই অসমে ভাৰতৰ প্ৰতি এক শ্ৰেষ্ঠ সেৱাৰ কাৰ্য্য কৰা হব।

বুৰঞ্জীৰ পুনৰভিনয় বাস্তৱতে নহয়; পানীপথৰ দ্বিতীয় যুদ্ধ পানীপথৰ প্ৰথম যুদ্ধৰ পুনৰাবৃত্তি নহয়, ই এক নতুন যুদ্ধ ঃ সেইদৰে আজিৰ যি বেলি-উঠা বা বেলি-মাৰ সি কাইলৈ বা কোনো কালে ঘূৰি নাহে। এতেকে আজি আমি ভাগ্যক ধিয়াই হাত সাবটি বহি থাকিব নোৱাৰোঁ; আমাৰ ভাগ্য আমি নিজে ৰচনা কৰিব লাগিব ঃ ভবিষ্যতৰ বেদ আৰু ভবিষ্যতৰ সংহিতাৰ নিৰ্মাতা আমিয়েই হব লাগিব; এই পুণ্য মুহূৰ্তত আমি তাৰ পবিত্ৰ সঙ্কল্প গ্ৰহণ কৰোঁ আহক। আমি পুনৰ সুমৰণ কৰোঁ—আমাৰ এই পতিত-পাৱনী অসমীয়া দেৱ-ভাষাতকৈ শ্ৰেষ্ঠ, কিয়নো ই অসম মাতৃৰ নিজা মাত; আমাৰ এই অসমীয়া সাহিত্যৰ পূত প্ৰবাহ মন্দাকিনীতকৈও স্বৰ্গীয়, কাৰণ ইয়াৰ ভিতৰেদি আমাৰ পূৰ্বপুৰুষ মনীষীসকলৰ ৰক্ত-ৰূপ চিন্তাৰ স্ৰোত বাগৰি আহি আমাৰ জীৱনৰ তেজ সঞ্চালিত কৰিছে; আৰু এই অসমৰ একোটি ধূলিকণাই সাক্ষাত একোখন স্বৰ্গৰ দৰে; কিয়নো আমাৰ কোটি কোটি পূৰ্বপুৰুষৰ পঞ্চভূতী দেহা অসমৰ পঞ্চ মহাভূতত মিহলি হৈ আছে। যাৰ পুণ্য গৰ্ভত আমি দেৱৰ বাঞ্ছনি এই নৰ জন্মত থিত হৈছিলোঁ, যাৰ সাদৰী কোলাত



আমি পীযুষতকৈও শ্ৰেষ্ঠ সুখ পান কৰিছোঁ ঃ সাগৰলৈ সকলো জান-জুৰি-নৈ ঢাপলি মেলাৰ দৰে আমাৰ চিত্ত-বৃত্তি শক্তি-ভক্তি সকলো যেন সেই অসমৰ সেৱাৰ উদ্দেশেই ধাবিত হয়; সাগৰৰ পানী যেনেকৈ ভাপ হৈ ওপৰলৈ উঠি আকৌ ডাৱৰ হৈ সাগৰতে লীন যায়, আমাৰ মন-চিত, পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু পঞ্চ কৰ্মেন্দ্ৰিয়ই সৈতে এই পঞ্চভূতী দেহা যিদৰে অসমৰ পঞ্চ মহাভূতেৰে নিৰ্মিত হৈছিল, সিদৰেই যেন সেইবোৰ অনন্ত কাললৈ পুনঃ পুনঃ অসমৰ পঞ্চ মহাভূতত লীন গৈ তুনাই তুনাই অসম মাতৃৰ সন্তান ৰূপেই আমাক জন্ম দিয়ে, তাৰ বাবে আজি সৱে মিলি কাকুতি কৰোঁ আহক। সৌৱা, মহিমাময়ী অসম মাতৃ আজি আমাৰ মানস চকুত অৱতীৰ্ণা! আহক, সেই তুখানি চৰণত আমাৰ আবেগ-অৰ্ঘ্য যাচোঁ ঃ

"আই, তোৰ চৰণ-তলত শত স্বৰ্গ কৰে টলবল;
আই, তোৰ কৃপা-কটাক্ষত বিধাতাৰ আশীস্ বিহ্বল।
আই, তোৰ স্নেহৰ নীৰত সাতখন তীৰথৰ পানী;
আই, তোৰ কৰুণা-ধাৰাত নামি বয় স্বৰ্গী মন্দাকিনী।...
অভিশাপ? কালৰ প্ৰতাপ? পুত্ৰ তোৰ থাকোঁতে জীয়াই?
আই, তোৰ পদ-ৰেণু লই সকলোটি দিম উৰুৱাই।
আই, আমি শক্তিৰ কুমাৰ শক্তি আজি ফুটন্ত প্ৰাণত;
আই, তই শক্তি স্বৰূপিনী; কিয় তোৰ শিৰ অৱনত?
কিনো কৰ, আই, তোৰ আজি সৱগত নিম্ন সিংহাসন?
তেন্তে, মাতৃ পুত্ৰে তোৰ বাবে নৱ স্বৰ্গ কৰিব স্ৰজন।
আই, আজি ভক্তি উলাহত উফৰিছে স্বৰ্গ-জ্যোতি-কণা;
চোৱাঁ, চোৱাঁ; সাতো বৈকুণ্ঠৰ, মিলিছেহি মুক্তি-উপাসনা!
আজি দিব্য অপূৰ্ব নন্দন, আনন্দত উগুল-থুগুল;
জগতৰ সন্তানসকল মাতৃ-পদ সেৱি বিয়াকুল।
মাতৃ-স্বৰ্গ আজি ধূপ-ধূনা অৰ্চনাৰে উপচি পৰিছে;
তাৰে গন্ধবাহী মলয়াই মুকুতিৰ মূৰ্চ্ছনা ধৰিছে।

আজি নৱ অৰুণোদয়ত    জাগৰিত দুৰন্ত চেতনা ;
মাতৃভূমি, স্বৰ্গভূমি তথা,    নোহে দীনা, নোহে পৰাধীনা।
অন্ত আজি দুখৰ ভাৱনা,    ছিন্ন আজি লোহাৰ শৃঙ্খল ;
মাতৃপূজা, শক্তিপূজা এয়ে    জননীৰ সেৱকসকল !"

আকৌ, মাতৃৰ সোঁৱা ভবিষ্যৰ গৰিমাময়ী মূৰ্তি—

স্বদেশৰ আশাৰ ফুলনি    আজি সোঁৱা ধৰি উঠে ঠন ;
দেখোঁ মোৰ দেশ দশোদিশে    হাঁহোঁ-হাঁহোঁ, নদন-বদন !
আমাৰ পুত্ৰ-পোষ্য কাৰো    ভেদ-ভিন্ কোনো চিন নাই ঃ
সৰাওটি অসমীয়া ভাই,    অসমী, যে সকলোৰে আই !
পৃথিবীৰ ইমূৰ সিমূৰ    এৰি শিল্পী-কাৰীকৰ আহি !
অসমীৰ গৰ্ভজ সম্পদ    উলিয়াই কৰিছেহি বাহি।
ধনে-ধানে পুনু উৰ্ভৈনদী ;    নিজে খায়, বিশ্বক বিলায় ;
অসম যে বিশ্বৰ ভঁৰাল,    আকাল যে কোনো কালে নাই !
'ছাল-ছিগা অসমীয়া' ক'তা ?    সবল সুঠাম লহপহ ;
উজুটিত পৰি মৰা কোন ?    খোজ সোঁৱা গমহ্ গমহ্ !
কামৰূপা সুষমা অসমা !    কিবা দিব্য আনন্দৰ বান ;
ভাৰতত নোহে, জগতত    অসমীয়ে ল'লে শীৰ্ষস্থান।
নিজ হাতে ভাৰত মাতৃয়ে    কপালত পিন্ধালে কপালী ;
অসমী যে জগতৰ ৰাণী,    শোভে সোঁৱা কিৰীটি সোণালী।
সদউ সম্ভাব্য সম্ভৱিছে ;    অসমী যে ৰহস্য আকাৰ !
এয়ে গুপ্ত কাশী, গুপ্ত স্থল    বুদ্ধদেৱ পৰিনিৰ্বাণৰ।
যাদু-দণ্ড বিশ্ব-যাদুকৰে    গুপ্ত ৰাখে ইয়াতেই। অহ !
"অত্ৰ যে মানৱাঃ সন্তি    দেৱাঃ নাত্ৰ সংশয়ঃ।"
নীচাত্মিকা নীচতা আন্ধাৰ    হ'ল পাপ-পিশাচৰ ক্ষয় ;
ভৱিষ্যৰ মঙ্গল পুৱাত    গোৱাঁ সৱে—'জননীৰ জয়।'

---

# সঙ্গীত সন্মিলনৰ সভাপতিৰ অভিভাষণ

## নান্দী

ওঁ সকলো ধ্বনিৰ আদি, বিশ্বৰ সকলো সুৰৰ মূলাধাৰ নাদব্ৰহ্মক প্ৰণাম জনাওঁ।

সকলো জ্ঞানৰ, সকলো গানৰ, সকলো চাৰু কলাৰ অধিষ্ঠাত্ৰী সৰ্ব্বশুক্লা সৰস্বতীক প্ৰণাম জনাওঁ।

যিসকলে সঙ্গীত মন্থন কৰি সুৰসুধা বিলাই দেশৰ সুৰসাধক-সকলক প্ৰেৰণা যোগাই গ'ল, সেই পুণ্যশ্লোক সঙ্গীতকাৰসকলক প্ৰণাম জনাওঁ।

যিসকল শিল্পীয়ে সঙ্গীতৰ সাধনাত দেহ-মন-প্ৰাণ অৰ্পণ কৰি সুৰ-ভাৰতীৰ সেৱা কৰি আছে, সেইসকলক প্ৰণাম।

দেশৰ পৰ্ব্বতে-ভৈয়ামে যিসকল সোণামুৱা লোকশিল্পীয়ে বসুমতীৰ বুকুত মূৰৰ ঘাম পেলাই লখিমী আৰ্জ্জিছে আৰু লগে লগে নানা সুৰ, নানা গীতেৰে সংস্কৃতি সঞ্জীৱিত কৰি ৰাখিছে, সেইসকলক বাৰে বাৰে প্ৰণাম।

### সঙ্গীতৰ জন্ম

সংস্কৃতিৰ অৰুণোদয়ৰ কালত মানুহে যেতিয়া এখুজি দুখুজিকৈ সমৃদ্ধিৰ বাট বিচাৰি ওলাই আহিছিল, যেতিয়া কণ্ঠত ভাষা পাই বুকুভৰা ভাৱ আৰু প্ৰাণভৰা আশা মূৰ্ত্ত কৰিবলৈ চেষ্টা কৰিছিল, তেতিয়াই সঙ্গীতৰ জন্ম। তেতিয়া কণ্ঠৰ ভাষাত দুখ, আনন্দ, ভয়, উদ্বেগ আদি পৰিস্ফুট কৰিবলৈ মানুহে নানা ধ্বনিৰ সৃষ্টি কৰিছিল। কালক্ৰমত এই ভাৱদ্যোতক ধ্বনিসমূহৰ মানৱ-কণ্ঠত অভ্যস্ত হোৱাত

বিশেষ ভাৱত বা কাৰ্য্যত ব্যৱহাৰ কৰা আনুষঙ্গিক ধ্বনিসমূহৰ সৃষ্টি হ'ল। তাৰ পাছৰ পৰা এই ধ্বনিসমূহৰ একোটা 'গ্ৰাম' বা ধৰণে একোটা বিশেষ ভাৱ বুজাব পৰা হ'ল। বেলেগ বেলেগ গ্ৰামত এই ধ্বনি প্ৰকাশ কৰিব পৰা হ'লত ধ্বনিবোৰো বিচিত্ৰ হৈ পৰিল। এই ভাৱদ্যোতক ( Pathogenic ) ধ্বনিয়েই সঙ্গীতৰ পাতনি (১)।

কেচুৱাই জেউৰ ধৰিলে, ল'ৰা-ছোৱালীয়ে নতুন বস্তু পোৱাত আনন্দ পালে, শোকাতুৰাই শোক কৰিলে অসমৰ্থ ভাষা সুৰেৰে, অঙ্গী-ভঙ্গীৰে ওলাই আহে। অনুমান কৰিব পাৰি যে গানেৰেই সঙ্গীতৰ জন্ম হৈছিল। ক্ৰমাৎ ভাষাই গঢ় লোৱাৰ লগে লগে সুৰ লগাই কৈ শ্ৰোতাজনৰ মনত কওঁতাৰ ভাৱৰ ৰেখাপাত কৰিবলৈ চেষ্টা কৰোঁতে সুৰময় ভাষা বা গানৰ ৰচনা হ'ল।

সেই গানৰ সুৰ অসম্পূৰ্ণ যদিও, ই আছিল ছন্দোময়। ন'হলে সঙ্গীতত তাল-লয়ৰ সংযোগ নহ'লহেঁতেন ; আনুষঙ্গিক নৃত্যবো প্ৰচলন নহ'লহেঁতেন। সুৰ-ছন্দৰ মিলন নহ'লে ধ্বনি গীত হব নোৱাৰিলেহেঁতেন। কেৱল কথাতকৈ ধ্বনি-ছন্দেৰে প্ৰকাশ কৰা কথাৰ স্থায়িত্ব বেচি কাৰণেই বহুত আদিম সুৰে, বহুত প্ৰাচীন গীতে—কথা-ধ্বনি-লয়েৰে সংপৃক্ত হৈ কেবা যুগো বাগৰি আহি উত্তৰাধিকাৰী সঙ্গীত সমৃদ্ধ কৰিব পাৰিলে।

## বৈদিক সঙ্গীত

সুদূৰ অতীতত সঙ্গীতৰ কি ৰূপ আছিল কোৱা টান ; কাৰণ কোনো প্ৰামাণিক তথ্য এতিয়ালৈকে ওলোৱা নাই। বেদৰ ৰচনা কালৰ পৰাহে প্ৰাচীন সঙ্গীতৰ বিষয়ে কিছু আভাস পোৱা যায়।

(১) The Growth of Reason : F. Lorimer.



খৃষ্ট জন্মৰ প্ৰায় ডেৰ হাজাৰ বছৰ আগেয়ে ঋক্‌বেদৰ ৰচনা হয় বুলি পণ্ডিতসকলে কয়। এই ঋক্‌বেদৰ পৰাই সঙ্গীতৰ বুৰঞ্জীৰ আৰম্ভ বুলিব পাৰি।

আমি দেখা পাওঁ যে বেদমন্ত্ৰ পাঠ কৰোঁতে উদাত্ত আৰু অনুদাত্ত দুটা স্বৰত আদিতে ঋক্‌সমূহ আবৃত্তি কৰা হৈছিল। সামবেদৰ জন্মৰ লগে লগে প্ৰকৃত সুৰৰ আৰম্ভণী বুলি কব পাৰি। বেদৰচনাৰ কালৰ পৰা সামবেদৰ জন্মলৈকে যাগ-যজ্ঞৰ বাহুল্য ঘটিল ; সামন্ গাওঁতেও যজ্ঞৰ কৃতকাৰ্য্যতাৰ কাৰণে আৰু শ্ৰোতৃমণ্ডলীৰ তুষ্টিৰ কাৰণে সম্ভৱতঃ স্বৰৰ বিস্তাৰ আৰু লগে লগে নৃত্যও সম্বলিত কৰিব লগা হৈছিল। ফলত উদাত্ত আৰু অনুদাত্তৰ মাজৰ স্বৰিতৰ সৃষ্টি হ'ল। কোনো বিশেষজ্ঞৰ মতে উদাত্ত স্বৰ মধ্যম (ম) হৈ মূল বা স্বয়ম্ভু স্বৰ হৈ ৰ'ল, আৰু অনুদাত্ত আৰু স্বৰিতৰ ঠাইত এইদৰে তাৰ পাছত যথাক্ৰমে পঞ্চম (প) আৰু ষড়জ (সা) হ'ল গৈ। যথাসময়ত পাছলৈ এই স্বৰবিন্যাস বিস্তৃত হৈ বৈদিক সঙ্গীতৰ ক্ৰমমতে প্ৰথম বা উদাত্ত (ম), দ্বিতীয় (গ), তৃতীয় (ৰে), চতুৰ্থ বা স্বৰিত (সা), পঞ্চম (ধ), অতিবৰ্য্য বা ষষ্ঠ (নি) আৰু ক্ৰুষ্ট বা অন্ত্য (প) স্বৰত পৰিণত হ'ল। সামযুগৰ পাছলৈ এই সপ্ত স্বৰক মৃদু আৰু তীক্ষ্ণ স্বৰত ভগাই লোৱা হ'ল, আৰু উদাত্ত, অনুদাত্ত, স্বৰিত—এই তিনিটা স্বৰে তিনি গ্ৰাম অৰ্থাৎ মন্দ্ৰ (উদাৰা,) মধ্য (মুদাৰা) আৰু উত্তম (তাৰা) বুজোৱা হ'ল। স্বৰসৃষ্টিত এই কথাখিনি বিশেষকৈ মন কৰিবলগীয়া, কাৰণ ভাৰতীয় সঙ্গীতৰ ক্ৰমবিকাশত ই অতি তাৎপৰ্য্যপূৰ্ণ।

## বৈদিক সঙ্গীতত লৌকিক সঙ্গীতৰ প্ৰভাৱ

বৈদিক সঙ্গীতৰ এই ক্ৰমবিকাশ সম্ভৱতঃ অকল আৰ্য্যসকলৰেই অৱদান নহয়। এনে বোধ হয় যে, ভাৰতৰ আদিমবাসী লোকসকলৰ কৃষিসংক্ৰান্ত গীত আৰু নৃত্যই কালক্ৰমত অনা-আৰ্য্যসকলৰ সংস্পৰ্শত

অহা আৰ্য্যসকলৰ বৈদিক সঙ্গীতত নতুন স্বৰ, নতুন লয়ৰ সৃষ্টি কৰাত বহুত সহায় কৰিছিল; কাৰণ আদিমবাসীসকলৰ লৌকিক সঙ্গীতৰ প্ৰভাৱ নপৰাকৈ আদিতে আৰ্য্যসকলে লৈ অহা মাত্ৰ উদাত্ত আৰু অনুদাত্ত স্বৰৰ ইমান বিকাশ হোৱাটো অস্বাভাৱিক।

## মাৰ্গ সঙ্গীতৰ জন্ম

ব্ৰহ্মাই সামবেদৰ পৰা আনি আদিতে মাৰ্গ সঙ্গীত সৃষ্টি কৰে আৰু তাৰ পাছত ভৰত আদি মুনিসকলে সেই মাৰ্গ সঙ্গীতৰ উন্নতি কৰে বুলি সঙ্গীত শাস্ত্ৰ সমূহত পোৱা যায় (২)। তাৰ পৰা বুজা যায় যে সামযুগৰ সঙ্গীত কালৰ সোঁতত পৰি 'অন্বেষিত বা দৃষ্ট' মাৰ্গ সঙ্গীত হয়গৈ। এই মাৰ্গ সঙ্গীতৰ স্বৰবিস্তাৰ পূৰ্ণ কৰিবলৈ দীপ্ত, আয়ত, কৰুণা, মৃদু, মধ্য আদি ভাগত 'শ্ৰুতি' যোগ কৰা হয়। এই শ্ৰুতিৰ আবিষ্কাৰ ৰাগ সঙ্গীতৰ অগ্ৰগতিত এটা বিৰাট পদক্ষেপ।

## লোক সঙ্গীত

মাৰ্গ সঙ্গীতৰ লগে লগে জনসাধাৰণে গোৱা দেশী বা লোক-সঙ্গীতৰ প্ৰচলন আছিল। এই ধৰণৰ লোকসঙ্গীতৰ আনুষঙ্গিক আৰু পৰিপূৰক আছিল নৃত্য। এহাতে পুৰণি মাৰ্গ সঙ্গীত যেনেকৈ আছিল ধৰ্ম্মৰ লগত সংশ্লিষ্ট, সমান্তৰালভাৱে এই লোকসঙ্গীতো আছিল প্ৰধানকৈ ধৰ্ম্মনিৰপেক্ষ ( Secular ); আৰু বেলেগ অঞ্চলত বেলেগ ঠাট-লয়ৰ লোকসঙ্গীত চলিছিল। আদিতে এই মাৰ্গসঙ্গীত কেৱল ধৰ্ম্মকাৰ্য্যতহে ব্যৱহাৰ হোৱাত সংৰক্ষণশীলতাৰ ফলত ই স্থিতিশীল হৈ থাকিল; আন হাতে লোকসঙ্গীতে জনসাধাৰণৰ জীৱনৰ লগত ঘনিষ্ঠ সংযোগ ৰাখি শিপাই জাতিস্কাৰ হৈ উঠিছিল। নাবদ আদি সেই যুগৰ

(২) সঙ্গীত পাৰিজাত : অহোবল।
সঙ্গীত ৰত্নাকৰ : শাৰঙ্গদেৱ।



সঙ্গীতকাৰসকলে তেতিয়া লোকসঙ্গীতক গ্ৰহণ আৰু সমৃদ্ধ কৰি 'সংস্কৃত' শাস্ত্ৰীয় সঙ্গীত ৰচনা কৰে। মাৰ্গ আৰু দেশী সঙ্গীতৰ এই অপূৰ্ব্ব যোগাযোগৰ পৰা আজিৰ দিনৰ সঙ্গীতজ্ঞসকলে যথেষ্ট সুৰসৃষ্টিৰ সম্ভেদ পাব পাৰিব।

এই কথা নিসন্দেহে কব পাৰি যে মাৰ্গ আৰু লোকসঙ্গীতৰ এই পৰিণতিত কিছু সময় লাগিছিল। সময়ৰ এই ব্যৱধানত সম্ভৱতঃ মাৰ্গসঙ্গীতৰ কলেৱৰ বঢ়াবলৈ সঙ্গীতকাৰসকলে নানা প্ৰয়াস কৰিছিল। ভাৰতৰ নাট্য শাস্ত্ৰত পোৱা যায় যে 'গ্ৰাম' সঙ্গীতৰ উন্নতি সাধি 'মূৰ্চ্ছনা' আদি সংযুক্ত কৰা আৰু স্বৰসমূহৰ 'জাতি' হিচাবে শ্ৰেণী কৰা হয়। শাস্ত্ৰীয় ৰাগৰ শ্ৰেণীবিভাগ ইয়াৰ পৰা হব পাৰে। মতঙ্গ আৰু তেওঁৰ পাছৰ সঙ্গীতকাৰসকলে 'ৰাগ' শব্দটো ব্যৱহাৰ কৰা দেখা যায় আৰু অনা-আৰ্য্যসকলৰ দেশী বা লোকসঙ্গীতৰ দ্বাৰা পৰিপুষ্ট 'ৰাগ' বোৰৰ নামো এই জনা সঙ্গীতকাৰে উল্লেখ কৰা আমি পাওঁহক (৩)।

গতিকে যাক আমি শাস্ত্ৰীয় বা আৰ্য্যসঙ্গীত বোলোঁ, সি নিজৰ মহিমাত প্ৰকাশিত নহয়; তাৰ সমৃদ্ধিৰ মূলত আছে দেশী অৰ্থাৎ লোকসঙ্গীত। সঙ্গীতৰ এই ক্ৰমবিকাশে ভাৰতৰ 'বৈচিত্ৰ্যৰ মাজত ঐক্য'ৰ এক অপূৰ্ব্ব চানেকি হৈ ভবিষ্যতৰ সঙ্গীতকাৰসকলক বাট দেখুৱাব।

## ৰাগ সঙ্গীত

ভাৱৰ সুপ্ৰকাশৰ কাৰণেই সমৃদ্ধ ৰাগৰ জন্ম। সুৰময় 'বৰ্ণ' বা ৰাগৰ পৰিবেশনত ভাৱৰ গভীৰত্ব, তীব্ৰতা অনুযায়ী গাব পৰাকৈ স্থায়ী আৰোহণ, অৱৰোহণ সঞ্চাৰী আদি ভাগত ভগাই বিধিবদ্ধ সঙ্গীতক শৃঙ্খলমুক্ত কৰি শ্ৰোতাৰ মন-প্ৰাণ-আত্মাত এক স্বৰ্গীয় শুদ্ধতাৰ সঞ্চাৰ কৰা হয়। এই ৰাগসঙ্গীতে ৰবীন্দ্ৰনাথৰ ভাষাত—'আনন্দ

(৩) বৃহদ্দেশী : মতঙ্গ।

আৰু বেদনা পাৰ হৈ যায়; এখন আনন্দ উপবনৰ দুৱাৰ অজানিতে মুকলি কৰি দি জনসাধাৰণৰ মাজলৈ অনন্তপুৰুষক আমন্ত্ৰণ কৰে।' এই সঙ্গীত—তেওঁ কোৱাৰ দৰে—'এজন গায়কৰ বস্তু; এজন পুৰুষৰ সম্পত্তি; সেই বুলি সি ব্যক্তিগত নহয়; বিশ্বজনীন।'

এই ৰাগসঙ্গীতৰ বিস্তাৰ আৰু উন্নতি হবলৈ কেবা যুগো লাগিছিল যেন অনুমান হয়। আগতে থকা কেইটামান ৰাগৰ আঁচনিত বাদী, সম্বাদী, বিবাদী আৰু পাছলৈ অনুবাদী নিৰ্দ্দিষ্ট কৰি গায়ক বা বাদকে তাক অৱলীলাক্ৰমে সঙ্গীতময় কৰিবলৈ এৰি থৈ ৰাগ-সঙ্গীতত এক নতুন গতিশীলতা সঙ্গীতকাৰসকলে আনি দিলে। ৰাগ-সমূহৰ বহুতো যুগব্যাপী পৰীক্ষা-নিৰীক্ষাৰ পাছত ন ন ৰাগৰ সৃষ্টি হয়।

## ৰাগৰ প্ৰয়োগ

সঙ্গীতক জীৱনৰ নিচেই ওচৰ চপাই আনিবলৈ ৰাগসমূহৰ প্ৰয়োগ, ব্যৱহাৰ নিৰ্ণয় কৰা হৈছে। উপযুক্ত উপস্থাপনৰ কাৰণে ৰাগসমূহৰ কল্পনা বা ধ্যান, ঋতু, কাল, প্ৰহৰ আদি বহুত পৰীক্ষাৰ অন্তত নিৰ্দ্দিষ্ট কৰি 'দিনগেয়' আৰু 'ৰাত্ৰিগেয়' এই দুভাগত শ্ৰেণীবদ্ধ কৰা হয় (৪)। ভাটখণ্ডে প্ৰমুখ্যে সুৰবিশেষজ্ঞসকলৰ মতে ৰাগৰ ঠাট অনুযায়ী উপযুক্ত সময়ত ৰাগসঞ্চাৰ কৰিলে মানৱহৃদয়ৰ লগত প্ৰকৃতিৰ মিল হব পাৰে। (তানসেনে দীপক ৰাগ গাই চাকি জ্বলোৱা, আনকি ১৯১৬ চনত মেঘ ৰাগ গাই ওস্তাদ জাকিৰউদ্দিন খাঁই অকস্মাতে ধুমুহা অনোৱা, ১৯২৮ চনত তানসেনৰ বংশৰ ওস্তাদ মহম্মদ আলি খাঁই পুনৰ দীপক ৰাগ গোৱাত মন্দিৰত থোৱা বীণা পুৰি যোৱা আদি ইয়াৰ উদাহৰণ বুলি ধৰিব পাৰি (৫)। গীত গাই সম্মোহিত

(৪) ভাটখণ্ডে— সঙ্গীত পদাৰ্তি।

(৫) হামিদ হুচেইন—গুলদাস্তে-এ-ঠুংৰী।



(hynotise) কৰা কথাবোৰ সহজেই অনুমেয়। ভাৰতীয় সঙ্গীতৰ মনোবৈজ্ঞানিক আৰু প্ৰাকৃতিক প্ৰয়োগ অতি বিজ্ঞানসন্মত; কাৰণ ৰাগ পৰিবেশনত 'এক শাৰীৰিক প্ৰক্ৰিয়াৰে মনোবৈজ্ঞানিক প্ৰতিক্ৰিয়া উৎপাদন কৰা হয়।' প্ৰতিস্বৰৰ আবেদনৰ একোটা উপযুক্ত সময় বৈজ্ঞানিক পৰীক্ষাৰে প্ৰতিপন্ন কৰা হৈছে। গতিকে এই সময়োপ-যোগিতা ভাৰতীয় সঙ্গীতৰ এটি সৃষ্টিমূলক ধাৰা আৰু সঙ্গীত পৰিবেশনৰ মূল কথা।

বহলাই নকলেও হব যে বাক্‌সঙ্গীতে নানা জাতি, নানা অঞ্চল, নানা সুৰকাৰৰ অৱদানেৰে এটি গছ পুলিৰ পৰা বিৰাট বনস্পতি হৈ উঠিল আৰু তাৰ পৰা শাখা-প্ৰশাখা বাঢ়ি ধ্ৰুপদ, ধামাৰ, খেয়াল, ঠুংৰী, টপ্পা, দাদৰা আদিৰ সৃষ্টি হৈ ৰাগসঙ্গীতৰ গতিশীলতা আবহমান কৰিলে।

ভাৰতীয় সঙ্গীতৰ প্ৰধান শাখা—দাক্ষিণাত্যৰ কৰ্ণাটক সঙ্গীতৰ ক্ৰমবিকাশত আঞ্চলিক সঙ্গীতৰ প্ৰভাৱ আৰু সমন্বয় সঙ্গীতৰ বুৰঞ্জীৰ এক ডাঙৰ অধ্যায়। দ্ৰাবিড়ী সঙ্গীতৰ সকলো সম্পদ আহৰণ কৰি ত্যাগৰাজ, শ্যামা শাস্ত্ৰী, মুথুস্বামী, ক্ষেত্ৰজ্ঞ, গোপালকৃষ্ণ ভাৰতী আদি অমৰ সঙ্গীতকাৰসকলে ভাৰতীয় সঙ্গীতক দ্ৰাবিড় সংস্কৃতিত ঢালি নৱৰূপ দিলে। ফলত দ্ৰাবিড় সঙ্গীত গতিচঞ্চল হৈ ভাৰতীয় সঙ্গীতৰ অশেষ উন্নতি সাধিলে (৬)।

## ধ্ৰুপদ

ভাৰতীয় বা হিন্দুস্থানী সঙ্গীতৰ ইতিহাসমতে গোৱালিয়ৰৰ ৰজা মান তোমাৰ, তেওঁৰ ৰাণী মৃগনয়নী আৰু তেওঁৰ সভাৰ সঙ্গীতজ্ঞ বক্সুৱে সেই কালৰ সঙ্গীত-চৰ্চ্চাৰ আউল ভাঙি পৌৰাণিক আৰু লৌকিক সঙ্গীত ৰীতিৰ সমন্বয়ত ধ্ৰুপদৰ সৃষ্টি কৰে। আকবৰৰ ৰাজ-সভাৰ সঙ্গীতকাৰ তানসেনে এই ধ্ৰুপদ শাখাৰ সঙ্গীতৰ বিকাশ ঘটায়।

(৬) Composers of Karnatik Music : Prof. Sambamurthy.

গৌড়, ৰাজপুতনা, দিল্লী আদিৰ বিখ্যাত সঙ্গীতজ্ঞ কেবাজনেও ধ্রুপদ সঙ্গীতৰ নানা আঞ্চলিক পদ্ধতিৰ সূত্ৰপাত কৰে। সত্ত্ব-ৰজোগুণ প্ৰধান ধ্রুপদৰ প্ৰচলনৰ পৰা এহাতে যে সঙ্গীত অধঃপতনৰ পৰা মুক্ত হ'ল এনে নহয়, আন হাতে তাক শ্ৰীময়ী কৰিও তুলিলে।

## ধামাৰ

ধামাৰ-তাল-প্ৰধান 'ধামাৰ' বা 'হোৰি ধামাৰ' শ্ৰেণীৰ সঙ্গীতৰ উৎপত্তি হয় বোধকৰোঁ ধ্রুপদৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ; কিন্তু তাৰ জনপ্ৰিয়তা কালক্ৰমত কেইজনমান সঙ্গীতজ্ঞৰ মাজতে আৱদ্ধ হৈ ৰ'ল।

## খেয়াল

হব পাৰে যে কালক্ৰমত ধ্রুপদ সঙ্গীত ধৰা বন্ধা নিয়মৰ পৰা আঁতৰি যোৱাত এক শ্ৰেণীৰ সঙ্গীতজ্ঞই সঙ্গীতত 'খেয়াল' বা কল্পনাক ওখ ঠাই দি সুৰবিস্তাৰত অধিক স্বাধীনতা দিয়াৰ ফলতেই খেয়াল সুৰগ্ৰাহী জনসাধাৰণৰ প্ৰিয় হৈছিল।

## ঠুংৰী, টপ্পা, দাদৰা

তাল প্ৰধান এই তিনিবিধৰ গীত, কবলৈ গ'লে, খেয়াল সঙ্গীতৰ সম্প্ৰসাৰণ। ৰসপ্ৰধান খেয়ালৰ দৰেই ঠুংৰীত কৰুণা আৰু শৃঙ্গাৰৰ অভিব্যক্তি। সেই দাদৰা আৰু টপ্পা শ্ৰেণীৰ দুই শাখাতো আকৰ্ষণীয় কথা, গোৰাৰ ধৰণ দি জনগণৰ ৰুচি আৰু বোধৰ লগত খাপ খুৱাই পৰিবেশন কৰা হৈছিল।

ইয়াৰ পৰাই আমি দেখোঁ যে বিধিবদ্ধ সঙ্গীতৰ জিঞ্জিৰি ছিঙি লৌকিক ৰুচিৰ লগত খাপ খুৱাবলৈ পদে পদে চেষ্টা চলি আহিছে আৰু আন হাতে লৌকিক সম্বন্ধ হেৰুওৱা সঙ্গীত জনসাধাৰণৰ বিমুখ-



তাত লোকপ্ৰিয়তা হেৰুৱাই এমুঠি বিশেষজ্ঞৰ মাজত আবদ্ধ হৈছে। সঙ্গীতবুৰঞ্জীৰ এই পুনৰভিনয়ৰ শিক্ষা আজিৰ যুগৰ সুৰকাৰসকলে পাহৰিলে নচলিব। সকলো ললিত কলাৰ দৰে সঙ্গীততো বিধি বা ধৰণ আছে সঁচা ; কিন্তু বোৱঁতী নৈক যেনেকৈ ছুয়োপাৰে ভেটা নিদি বাট ধৰি বৈ যাবলৈহে সহায় কৰে, সেইদৰে সঙ্গীতক সুস্থ আৰু গতিশীল কৰিবলৈহে সঙ্গীত-সূত্ৰৰ আৱশ্যক। ইয়াৰ য'তে ব্যতিক্ৰম ঘটিছে, ত'তে আহিছে জড়তা, ত'তে আহিছে সঙ্গীতৰ পতন। সেই জড়পিণ্ড যাতুঘৰৰহে বস্তু ; সি সৰ্ব্বসাধাৰণৰ জীৱনত কোনো কামত নাহে।

## সাঙ্গীতিক অৱদান

আগতে কৈ অহা প্ৰাকৃতিক সময়ৰ গুণত আৰ্য্যপূৰ্ব্ব দ্ৰাবীড় আদি অনা-আৰ্য্যজাতিয়ে আৰু পাছলৈ আৰ্য্যসকলে আৰু তাৰ পাছলৈও মুছলমানসকলে ৰাগসম্ভাৰৰ অৱদানেৰে ৰাগসঙ্গীতক ঐশ্বৰ্য্যশালী কৰি তোলে। দ্ৰাবিড়ী ৰাগ, শক ৰাগ, মালৱ-কোষ, আভিৰী, গুৰ্জ্জৰী, পুলিন্দী, অন্ধ্ৰী, কলিঙ্গ, মুখাৰি আদি ৰাগৰ নামৰ পৰা সেই মহান্ জাতিসকলৰ সুৰৰ অৱদানৰ কথা জনা যায়। সেইদৰে কাম্বোজৰ পৰা কাম্বোজী বা খাম্বাজ, বঙ্গৰ পৰা বঙ্গাল, সৌৰাষ্ট্ৰৰ সুৰত, বিৰাটৰ বৰাৰী আদি ৰাগ আঞ্চলিক সঙ্গীতৰ অৱদান। বহুত সঙ্গীতকাৰৰ নামৰ লগতো ৰাগৰ নামকৰণ হৈ তেওঁলোকক অমৰ কৰি ৰাখিছে। মিঞা তানসেনৰ মিঞাকী মল্লাৰ, মিঞাকী তোড়ী, জৌনপুৰৰ চুলতান হুচেইনৰ জৌনপুৰী আদি ৰাগৰ সৃষ্টি। সেইদৰে বিলাসখানী, ৰামদাসী, হুচেইনী, শিৰৰঞ্জনী আদি বিখ্যাত সুৰকাৰসকলৰ অৱদান।

## ইছলামী প্ৰভাৱ

'যত নদনদী সমুদ্ৰক যায়।' ভাৰতৰ মহামানৱৰ সাগৰ তীৰত কত ধাৰা আহি মিলি গৈ ইয়াৰ সংস্কৃতিক সমৃদ্ধ কৰিছে, তাক কৈ

অন্ত কৰিব নোৱাৰি। ভাৰতীয় বা হিন্দুস্থানী সঙ্গীতক বাহিৰৰ নানা সঙ্গীতে যে জীপ দিছে, সেই কথা কিছু ৰাগলৈ মন কৰিলে বুজিব পাৰি। ইয়াতে হিন্দুস্থানী সঙ্গীতত ইছলামী প্ৰভাৱ বা মুছলমান সঙ্গীতকাৰসকলৰ অৱদানৰ কথা কব পাৰি। মুছলমানসকল অহাৰ পাছত নানা মুছলমান সম্ৰাটৰ পৃষ্ঠপোষকতা, নাইবা প্ৰেৰণাত ভাৰতীয় সঙ্গীতৰ উন্নতি আৰু প্ৰসাৰ হৈছিল। সঙ্গীত বুৰঞ্জীত পোৱা যায় যে আমিৰ খুশ্ৰুৱে পোন প্ৰথমে পাৰস্যৰ নানা সুৰ আনি ভাৰতীয় ৰূপ দিয়ে। খুশ্ৰুৰ জীৱনীত এই বিষয়ে এটি কাহিনী আছে। খুশ্ৰৰ সঙ্গীত আৰু কাব্যৰ জ্ঞানক কোনো প্ৰতিদ্বন্দ্বীয়ে প্ৰত্যাহ্বান দিয়াত তেওঁ হেনো সগৌৰৱে উত্তৰ দিছিল বোলে তেওঁ তিনিখণ্ড ফাৰ্চী কাব্য ৰচনা কৰিছে আৰু আৱশ্যক হ'লে তিনি খণ্ড সঙ্গীতৰ গ্ৰন্থ ৰচনা কৰি প্ৰমাণ কৰিব পাৰে যে হিন্দুস্থানী সঙ্গীতত অন্তৰ আৰু আত্মা দগ্ধ কৰিব পৰা অগ্নি আছে বাবেই ই বিদেশী সঙ্গীতৰ ওপৰত' (৭)। কোৱা আছে যে আমিৰ খুশ্ৰুৱেই ভাৰতীয় কল্যাণ আৰু পাৰস্যীয় অল-ইমনৰ সমন্বয় কৰি জনপ্ৰিয় ইমন-কল্যাণ ৰচনা কৰে, তেৱেঁই হেনো কাফি, বাহাৰ আদি ৰাগৰ জন্মদাতা। তেওঁক উদগনি আৰু পৃষ্ঠপোষকতা যোগাইছিল সম্ৰাট আলাউদ্দিন খিলজিয়ে। সেইদৰে বিজাপুৰৰ আদিল শ্বাহ, আহমদ নগৰৰ চাঁদবিবি আদিৰ পৃষ্ঠপোষকতাতো এই হিন্দু-মুছলমান সঙ্গীতৰ মিলন আৰু সমন্বয় ঘটে। নানা বাদ্যযন্ত্ৰৰ সৃষ্টি আৰু সুৰ-চৰ্চাৰ নিপুণতাতো মুছলমান সঙ্গীতজ্ঞৰ দাম কম নহয়। মোগল সম্ৰাটসকল ইমান সঙ্গীতপ্ৰেমী আছিল যে তেওঁলোকৰ তত্বাৱধান আৰু উৎসাহত হিন্দুস্থানী সঙ্গীতে ইছলামী সুৰৰ নতুন শক্তি, নতুন ৰূপ পাই আবহমান কাল চলি আহিব পাৰিছে। এই সাঙ্গীতিক আদান-প্ৰদানৰ বুৰঞ্জী সঁচাকৈয়ে National Integration বা জাতীয় সংহতিৰ এটি জ্বলন্ত উদাহৰণ।

(৭) Life and works of Amir Khusru : Mirza



## কামৰূপীয় সঙ্গীত

ভাৰতীয় সঙ্গীতলৈ কামৰূপীয় সঙ্গীতৰ অৱদান কি, তাক কেতবোৰ তথ্য তুলি ধৰাৰ বাহিৰে হাতে-কলমে প্ৰমাণ কৰিবৰ কোনো উপায় নাই। গবেষণা, অনুশীলনৰ অভাৱত কামৰূপীয় সঙ্গীতৰ বুৰঞ্জীৰ আলোচনাও সম্ভৱপৰ নহয়। নানা সঙ্গীতজ্ঞ, গ্ৰন্থকাৰে নানা প্ৰমাণেৰে দিয়া ইঙ্গিতবোৰ তেওঁলোকৰ দুৰ্ল্লভ গ্ৰন্থ আদিত সিঁচৰতি হৈ আছে সঁচা ; কিন্তু সেই ইঙ্গিতৰ পম খেদি আমি বোধকৰোঁ ঐকান্তিক চেষ্টা কৰা নাই ; সি নহ'লে ভাৰতীয় সঙ্গীতৰ নানা অঞ্চলৰ অৱদানৰ মাজতো একালৰ প্ৰাচীন কামৰূপ, প্ৰাগ্‌জ্যোতিষপুৰৰ বৰঙণিৰ সন্তেদ পোৱা গ'লহেতেন। আগতে দেখুৱাই অহা এই যুগমীয়া সাঙ্গীতিক আদান-প্ৰদান আৰু সমন্বয়ৰ প্ৰাকৃতিক নিয়মৰ ইয়াত ব্যতিক্ৰম হোৱাটো বৰ আচৰিত কথা ; পৰিতাপৰ কথা তো হয়েই।

### বৰো ৰাগ (৮)

এই ভাৰত-মঙ্গোলীয় ঠালৰ শিৰফুটা বৰো জাতিৰ নানা অৱদানৰ ভিতৰত কামৰূপীয় সঙ্গীতলৈ অৱদান কোনো কোনো সঙ্গীতজ্ঞৰ মতে 'বৰো ৰাগ-ৰাগিণীসমূহ'। আধুনিক যুগত সেই ৰাগৰ তুলনা-মূলক আৰু বৈজ্ঞানিক গবেষণা আৰু বিশ্লেষণৰ বিশেষ আৱশ্যক। সেই সঙ্গীতজ্ঞসকলে এই 'বৰো ৰাগ' তিনি শ্ৰেণীত ভাগ কৰি কব খোজে যে উত্তম শ্ৰেণীভুক্ত "ব্যাহ-ত অতি কমেও চাৰিশ, শুকনান্নীত এহেজাৰবো অধিক, বাৰেমাহীত পয়ত্ৰিচ / চল্লিচ মান ;" দ্বিতীয় ভাগৰ ভিতৰত পৰা "হুচৰি গীতত দহ / বাৰটা মান ; নাওখেলৰ গীতত দহ / পোন্ধৰটামান ; ভাটিয়ালী গীতত সাত / আঠোটামান ; বৰাগী গীতত পাঁচ / ছটা-মান বেলেগ তাল লয়ৰ সুৰ, আৰু তৃতীয়

(৮) কামৰূপীয় সঙ্গীত ঃ কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ।

ভাগৰ বনগীত, 'সিজু গোহাঁইৰ পূজা' আদিৰ গীতত 'আদিম বৰো' ৰাগ আছে। কেইবছৰমান আগতে পণ্ডিত ওঁকাৰ নাথ ঠাকুৰে ইয়াৰ লৌকিক ৰাগ শুনি মন্তব্য কৰি গৈছিল যে অসমৰ বহুত পুৰণি ৰাগ এতিয়াও 'শুদ্ধ' ধৰণে আছে আৰু তাৰ কিছুমান বৰ ওখ খাপৰ। এই বিশেষজ্ঞসকলৰ ইঙ্গিতবোৰ সুস্পষ্ট আৰু তাৰ পৰা অনুশীলনৰ বাট বিচাৰি পোৱা সহজ হব পাৰে।

## আদি যুগৰ কামৰূপীয় সঙ্গীত

কামৰূপীয় সঙ্গীতৰ ধাৰাত মহাপুৰুষ শঙ্কৰদেৱৰ আগলৈকে ৰাগসমূহৰ সম্ভেদ অস্পষ্ট। প্ৰাচীন কামৰূপীয় লৌকিক সঙ্গীতৰ প্ৰভাৱ সম্ভৱতঃ এতিয়াও নানা সুৰত বিদ্যমান; কিন্তু আদিম সঙ্গীতৰ চিন-চাব বিচাৰি উলিওৱা অসাধ্য কথা। অসমীয়া সাহিত্য আৰু সঙ্গীতৰ বুৰঞ্জীলেখকসকলে (১) মণিকোঁৱৰ-ফুলকোঁৱৰ আদিৰ গীতকে আজিলৈকে আবিষ্কাৰ হোৱা প্ৰাচীন গীত ( খৃষ্টপূৰ্ব্ব ৫০০ বছৰ ) বুলিব খোজে; 'জনাগাভৰুৰ গীত', ময়নামতীৰ গীত'কো এই আদিযুগৰ সঙ্গীতৰ ভিতৰত ধৰা হৈছে।

অষ্টম শতিকাৰ পৰা একাদশ শতিকালৈ ৰচিত হোৱা বৌদ্ধ চৰ্য্যাপদবোৰৰ সম্ভৱতঃ সুৰ আছিল আৰু সেই সুৰবোৰক প্ৰাচীন কামৰূপীয় সঙ্গীতত ধৰিব পাৰি। তাৰ পাছত সপ্তম শতিকাৰ পৰা ত্ৰয়োদশ শতিকালৈকে শক্তি ধৰ্ম্মৰ প্ৰভাৱত নানা 'মন্ত্ৰ-সঙ্গীতৰ' সৃষ্টি হোৱাও স্বাভাৱিক।

## প্ৰাক্‌বৈষ্ণৱ যুগৰ সঙ্গীত

অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ প্ৰাক্‌বৈষ্ণৱ যুগত ( দ্বাদশ শতাব্দীৰ পৰা পঞ্চদশ শতাব্দীলৈ ) হেম সৰস্বতী, হৰিহৰ বিপ্ৰ, শ্ৰীধৰ কন্দলী,

(১) অসমীয়া সাহিত্যৰ বুৰঞ্জী : শ্ৰীডিম্বেশ্বৰ নেওগ।



মাধৱ কন্দলী আদি অমৰ কবি-পুৰুষসকলে নানা কাব্য ৰচনা কৰি অসমীয়া সাহিত্যৰ ভেটী স্থাপন কৰে। সেই কাব্যসমূহ নিশ্চয় সুৰবদ্ধ কৰি গোৱা হৈছিল। এই সকলৰ পাছতে নাৰায়ণদেৱ, মনকৰ, দুৰ্গাবৰ আদি কেবাজনা কবিয়ে ৰামায়ণ, পদ্মপুৰাণ আদি কাব্য ৰচনা কৰে। ওজাপালি, ব্যাহ আদি সঙ্গীতৰ বিশেষজ্ঞসকলে বিশেষ পদ্ধতি সুৰ আৰু ছন্দত সেই কাব্যসমূহৰ সাঙ্গীতিক ৰূপায়ণ কৰে। তাৰ ফলস্বৰূপে 'শুকনান্নী', 'দুৰ্গাবৰী', 'ব্যাহ' আদি বিশেষ সঙ্গীত শাখাৰ উদ্ভৱ হয়। কোৱা বাহুল্য যে এই শাখাৰ ৰাগসমূহৰ মূল হৈছে লৌকিক সঙ্গীতত আৰু জনগণৰ প্ৰাণত। সেই গুণত ইয়াৰ ধাৰা আজিও অব্যাহত হৈ ৰব পাৰিছে। গতিকে বৈজ্ঞানিক চৰ্চ্চাৰ মাধ্যমেৰে সেই ৰাগবোৰক সুপ্ৰতিষ্ঠিত কৰিবৰ যথেষ্ট সুবিধা পোৱা যাব। ইয়াতে উনুকিয়াই যাওঁ যে কামেং সীমান্তৰ মন্‌পাসকলৰ নানা ৰাগৰ আলাপ আৰু বিস্তাৰৰ ধৰণ ব্যাহ, শুকনান্নী ৰাগসমূহৰ পৰ্য্যায়ৰ আৰু এই দুইবিধ ৰাগ কাহিনীব্যঞ্জক।

## বৈষ্ণৱ যুগ বা শঙ্কৰী যুগ

কামৰূপীয় সঙ্গীতৰ ধুঁৱলী-কুঁৱলী আকাশ শঙ্কৰ-সূৰ্য্যৰ উদয়ৰ লগে লগে পোহৰ হৈ উঠে। মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ লগে লগে ( ১৪৪৯-১৫৬৮ চন ) আমি ভাৰতীয় সঙ্গীতৰ লগত কামৰূপীয় সঙ্গীতক আসন দিব পৰা হৈছোঁ; কাৰণ ভাৰতীয় সঙ্গীতৰ ধাৰাত গুৰুজনা, মহাপুৰুষ মাধৱদেৱ আৰু তেওঁৰ অনুগামী কেইজনামান সঙ্গীতকাৰ কবি-পুৰুষৰ ৰচিত নানা ৰাগৰ লগত ভাৰতীয় সমন্বয়ৰ এই চিৰন্তন ৰীতিটো বুজিব পৰা হৈছে আৰু ভাৰতীয় মাৰ্গসঙ্গীতৰ বাট অধিক সুগম হৈ পৰিছে।

## বৰগীতৰ ৰাগসমূহ

শ্ৰীমন্ত গুৰুজনাই দুবাৰকৈ দীৰ্ঘকাল তীৰ্থ ভ্ৰমণ কৰি নানা ৰাগৰ চৰ্চ্চাৰ ফলত সেই ৰাগসমূহক যথোপযোগী কৰি স্বৰচিত গীতসমূহত

সম্বলিত কৰে বুলি আমি বিশ্বাস কৰোঁ। এইজনা সৰ্ব্বতোমুখী শিল্পী-মহাপুৰুষৰ সঙ্গীত প্ৰতিভা যে সৰুৰ পৰাই আছিল তাকো চৰিত-পুথিৰ 'প্ৰথমতে পাঠশালে কাপক ধৰিলা। কৰিয়া কাৰুণ্য তিনি গীতক কৰিলা' কথাফাঁকিত পোৱা যায় (১০)। তীৰ্থভ্ৰমণ কালত তেওঁ উত্তৰ-ভাৰত আৰু দাক্ষিণাত্যৰ নানা সন্ত-মহন্তক লগ পাই ধৰ্ম্ম-চৰ্চ্চাৰ লগতে ৰাগচৰ্চ্চা কৰিবৰো সুযোগ পোৱা বুলি অনুমান হয়।

বৰগীতসমূহত আমি বৰাৰী, অহিৰ, কামোদ, আসোৱাৰী, ধনশ্ৰী, গৌৰী, মল্লাৰ, বেলোৱাৰ (বিলাৱল), মাহুৰ, শ্যাম, অহিৰ আদি বহুত ভাৰতীয় ৰাগ পাওঁহক; কিন্তু গাওঁতে প্ৰচলিত বৰগীতৰ ৰাগ ভাৰতীয় ৰাগৰ পৰা আঁতৰি অহা বুলি বুজিব পাৰি। বৰগীতত হিন্দুস্থানী ৰাগৰ মূল ঠাটৰ সালসলনি হোৱাত নৈষ্ঠিক সঙ্গীতজ্ঞসকলে বিষম পোৱা উচিত নহয়; কাৰণ আগেয়ে কৈ অহা মতে এই সমন্বয়ৰ প্ৰাকৃতিক ধাৰা ভাৰতীয় সঙ্গীতৰ বিশেষত্ব। আনহাতে বৰগীতৰ দৰে সঙ্গীত-ঐশ্বৰ্য্যৰ অপব্যৱহাৰ অনুপযুক্তজনে কৰাও বাঞ্ছনীয় নহয়। ধৰ্ম্মানুষ্ঠানৰ বাহিৰেও বৰগীতৰ পৰিবেশন—ৰাগসঙ্গতি আৰু সঙ্গীত চৰ্চ্চাৰ সহায়ক হব পাৰে। তাৰ বাবে শিল্পীৰ দৃষ্টিভঙ্গী বৈজ্ঞানিক আৰু ৰসগ্ৰাহী হোৱাটো নিতান্ত প্ৰয়োজনীয়। বৰগীতক ধ্ৰুপদৰ সমপৰ্য্যায়ত বহুৱাই কামৰূপীয় সঙ্গীতৰ মৰ্য্যাদা বঢ়োৱাৰ উদাৰতাও অতিকে বাঞ্ছনীয়; তেতিয়া হ'লেহে তাৰ ধাৰাটি গোটেই ভাৰতলৈকে বৈ যাব পাৰিব। আধুনিক সুৰকাৰৰ কোনো কোনোৱে বৰগীতৰ ৰাগ দুইএটিৰে সুৰ ৰচনা কৰিছে। বৈজ্ঞানিক পদ্ধতিত এই সুৰ-মিশ্ৰণ কৰাত কোনো বাধা বা আপত্তি থকা অনুচিত; কাৰণ তাৰ পৰা সঙ্গীতৰ ক্ৰমবিকাশত সুবিধাহে হয়।

বৰগীতসমূহত নিবদ্ধ পৰিতাল, যতি, খৰমান, ত্ৰিপট্ আদি মাত্ৰ কেইটিমান তালৰ নাম পোৱা যায়। বৰগীতৰ ৰাগৰ লগতে তাল নেদেখুৱাৰ পৰা দেখাত এনে লাগে যেন কেইটিমান তালৰ বাহিৰে আন তাল বৰগীতত সংযোজিত হোৱা নাছিল। কোনোৱে কব পাৰে যে পৰিতাল যতি, খৰমান আদিৰ অন্তৰ্গত নানা শাখা তাল আছিল। কেৱল সৰলতাৰ কাৰণেই এই তিনি চাৰিটা তাল বৰগীতত সন্নিবিষ্ট কৰি চৰ্চ্চাৰ সুবিধা কৰি দিয়াৰ কথাও আন এটা অনুমান। আমি হ'লে ভাবোঁ যে উচ্চাঙ্গ গীতক অত্যধিক তালত পৰিবেশন কৰা সাধাৰণতে ৰীতি নহয়। তদুপৰি ৰাগৰ আলাপ, বিস্তাৰেৰে গীত, কথা আৰু ভাৱৰ পৰিবেশনত ৰাগৰহে প্ৰাধান্য, তাল অনুষঙ্গহে। কিন্তু এই বিষয়ে শেষ কথাটি কবলৈ এতিয়াও বাকী।

ইও বিশেষকৈ মন কৰিবলগীয়া যে ভাৰতীয় সঙ্গীতৰ আৰ্হিত সজাই, উদ্দেশ্য বা প্ৰসঙ্গ অনুযায়ী এই বৰগীতসমূহ চৈধ্যটা ভাগত ভাগ কৰা হৈছে। সেই বাবে কামৰূপীয় সঙ্গীতৰ এটি ধাৰা ভাৰতীয় সঙ্গীতত প্ৰতিষ্ঠা কৰাটো সুগম হৈছে। কোনো সঙ্গীতজ্ঞৰ মতে (১১) বৰগীতৰ প্ৰায় চৌসত্তৰটা ৰাগ আৰু কীৰ্ত্তনৰ ১৯৫ টা সুৰৰ ঘোষা পোৱা গৈছে। এই শঙ্কৰী সঙ্গীতৰ উদ্ধাৰৰ উপযুক্ত প্ৰয়াস স্বৰূপে কিছুদিন আগতে বৰগীতৰ স্বৰলিপিও প্ৰকাশিত হৈছে (১২)। তাৰপৰা হিন্দুস্থানী সঙ্গীতৰ ৰাগ আৰু প্ৰচলিত বৰগীতৰ ৰাগ তুলনা কৰি বৰগীতৰ ৰাগসমূহৰ কামৰূপীয় সাঙ্গীতিক ৰূপ অঙ্কন কৰাৰ বিশেষ সুবিধা ওলাইছে। সেইদৰে ঘোষা, নাম আদিৰ স্বৰলিপিও গবেষণা আৰু অনুশীলনীৰ ফালৰ পৰা বিশেষ সহায়কাৰক হব।

বৰগীতৰ পাছতে নাটৰ গীত, ঝুনা, দিহা নাম, জন্মাষ্টমীৰ গীত, প্ৰসঙ্গ আদিৰ কথা উল্লুকিয়াব পাৰি। সেই শ্ৰেণীৰ ধৰ্ম্মমূলক ৰাগৰ পৰিবেশনতহে বেচি গুৰুত্ব দিয়া হয় যেন লাগে।

(১০) শ্ৰীশ্ৰীশঙ্কৰদেৱ : ডঃ মহেশ্বৰ নেওগ।



(১১) কামৰূপীয় সঙ্গীত : কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ।

(১২) স্বৰৰেখাত বৰগীত : ডঃ মহেশ্বৰ নেওগ।

## গণ সঙ্গীত

কামৰূপীয় গণসঙ্গীতৰ স্বৰূপ কি? নিচুকনি নাম, বিয়া নাম, আই নাম, বাৰমাহী গীত, জিকিৰ, নাওখেলৰ গীত, বহুৱা গীত, হুচৰি, বিহুনাম, বনঘোষা, মালিতা. মহোহো গীত, গৰখীয়া নাম আদিকে ধৰি দেহবিচাৰ, বৰাগী, টোকাৰী গীত আদি প্ৰায় একুৰি শ্ৰেণীবদ্ধ ৰাগ ৰাইজৰ প্ৰাণৰ উচ্ছ্বাসেৰে সজীৱ হৈ আছে। এই 'গীত' বা 'নাম' সংজ্ঞাৰ সুৰসমূহত অসমৰ ভৈয়াম আৰু বিশেষকৈ পৰ্ব্বতৰ সুৰৰ সমন্বয় ঘটা অতি প্ৰাকৃতিক কথা। এই সমন্বিত লৌকিক ৰাগসমূহত এহাতে যিদৰে অসমৰ পৰ্ব্বত-ভৈয়ামৰ বৰঙণি অনুমেয়, আন হাতে বৈষ্ণৱ যুগৰ সাঙ্গীতিক প্ৰভাৱ ইয়াৰ মাজত স্পষ্ট। এই ৰাগসমূহত পৰ্ব্বতীয়াসকলৰ প্ৰতি সহজ আবেদন আছে; তেনেকৈ পৰ্ব্বতৰ নিভাঁজ সুৰবোৰে আমাৰ প্ৰাণত অজানিতে স্পন্দন তোলে। কোৱা বাহুল্য যে এই জনসঙ্গীতৰ ধাৰাটি কালৰ আৱৰ্ত্তনত এতিয়ালৈকে তিষ্ঠি থাকি ভৱিষ্যতৰ সঙ্গীতবো শ্ৰীবৃদ্ধি কৰাৰ সম্ভাৱনা দেখুৱাইছে।

দৰাচলতে মানৱৰ অনুভূতি প্ৰকাশ কৰা এই গণ-সঙ্গীত ঘাইকৈ ধৰ্ম্মনিৰপেক্ষ, অথচ ই ধৰ্ম্মমূলক মাৰ্গসঙ্গীততকৈ পৃথক নহয়; বৰং মাৰ্গসঙ্গীতৰ পৰিপূৰকৰূপেহে কাম কৰে। প্ৰামাণ্য প্ৰাচীন পুথিত (১৩) পোৱা যায় যে গণসঙ্গীত 'বিভিন্ন অঞ্চলত বিভিন্ন প্ৰকাৰে লৌকিক পদ্ধতিত গোৱা হয়; তাৰ সুৰ-ঠাট-লয়ৰ বিশেষ সূত্ৰ নাই।' কামৰূপীয় গণসঙ্গীতত এই স্বৰূপটি পূৰ্ণমাত্ৰাই পোৱা নাযাব। আবেগিক আবেদনৰ উপৰিও কামৰূপীয় গণসঙ্গীত লয় প্ৰধান, লালিত্যপূৰ্ণ আৰু বিশিষ্ট পদ্ধতিৰে ধনী। হুচৰি, বনঘোষা, বিহুনাম, গৰখীয়ানাম, নিচুকনি নাম, বিয়ানাম, টোকাৰি আদি গীতৰ সাদৃশ্য আৰু পাৰ্থক্য প্ৰধানকৈ লয় আদিৰেহে আমি চিনি পাব পাৰোঁ। তাৰ কাৰণ:

(১৩) বৃহদ্দেশী : মতঙ্গ



এই গণসঙ্গীত জটিলতাহীন, বাহুল্যবৰ্জ্জিত; সৰলতাই তাৰ লক্ষণ; মৰ্ম্মস্পৰ্শিতাই তাৰ উদ্দেশ্য। কামৰূপীয় গণসঙ্গীতৰ এই স্বৰূপ সম্ভৱতঃ ভাৰতীয় গণসঙ্গীতৰ এটি বিশেষত্ব।

## জনজাতীয় সঙ্গীত

ভৈয়ামৰ নৈ-জুৰিৰ মূল পৰ্ব্বতত। কামৰূপীয় গণসঙ্গীতৰ কথাতো সেই উপমা প্ৰয়োগ কৰিব পাৰি। ভৌগোলিক সন্নিবৰ্ত্তিতা তাৰ প্ৰধান কাৰণ। আমাৰ বহুত পৰ্ব্বতীয়া ককাই-ভাইৰ ঐতিহ্যও এই ভৈয়ামৰ লগতে সাঙোৰ খাই আছে। আনহাতে কামৰূপৰ সংস্কৃতিৰ পাতনি মেলোঁতা জাতিসকল—বৰো, ৰাভা, মিচিং (মিৰি), জয়ন্তীয়া, মিকিৰ, লালুং আদিৰ সংস্কৃতি আমাৰ অতি আপোন; তেওঁলোকৰ সঙ্গীতো আজি আমাৰ কণ্ঠস্থ আৰু প্ৰাণস্থ হৈ গৈছে। অসমক বেঢ়ি থোৱা এই পৰ্ব্বতবোৰ সুৰৰ মেটমৰা ভঁৰাল; তাৰ লখিমীৰ দানেৰে আজি কামৰূপীয় গণসঙ্গীত প্ৰাণৱন্ত হৈ থাকিব পাৰিছে।

'তেজ ধুলে উটে, মঙহ ধুলে নুটে'। জনজাতিসকলৰ লগত আত্মীয়তাৰ সাক্ষী বুৰঞ্জীৰ পাতত পোৱা যায় (১৪)। মনপাসকলে নগাৱঁৰ ডবকাত অতীজৰ বাসভূমি বুলি কব খোজে; সেইদৰে চেৰ-ডুক্পেন, আঁকা, ডফলা, আদী, মিচিমি, নক্তে, খামতি, চিংফৌ আদি জনজাতিৰ কিম্বদন্তীত অতীজৰ নাড়ী-সম্বন্ধটো আজিও অলিখিতভাৱে জীয়াই আছে।

বৰ আশা আৰু আনন্দৰ কথা যে আজিৰ দিনৰ কেবাজনাও কৃতী সুৰকাৰে থলুৱা সঙ্গীতৰ উপৰিও জয়ন্তীয়া, বৰো, ৰাভা, মিৰি সুৰ আনি সমন্বয় কৰি প্ৰচাৰ কৰিছে। পৰ্ব্বতীয় অঞ্চলত এই সুৰ-মৌ "নিজৰি জৰি" পৰিছে। মন্পা আৰু চেৰডুক্পেন সুৰসমূহ বিচিত্ৰ আৰু হিয়াপৰশা। মন্পাৰাগৰ লয়ত ব্যাহ, শুকনাম্নী ৰাগ-

(১৪) **Land of the Hornbill and Myna : Muktinath Bardoloi**

সমূহৰ পদ্ধতি, ৰূপৰ সমতুলতা কাণত বাজি উঠে ; আঁকা, ডফলা-সকলৰ গীত-নৃত্যৰ লয়ত মোহিনী আছে ; আদী গালংসকলৰ মতা আৰু তিৰোতাৰ নৃত্যৰ ছন্দত প্ৰাণত ওপজোৱা আবেদন ; মিচিমিসকলৰ স্তুতি-নৃত্যৰ গাম্ভীৰ্য্যৰ পৰশ ; খামতি সকলৰ ঢোল-কাঁহ সম্বলিত নৃত্যত আমাৰ অতি চিনাকি লয় ইত্যাদিৰে ভুৰি ভুৰি জনজাতীয় সুৰ আৰু লয়ে কালৰ গতিত মচ্ যাব খোজা প্ৰাচীন সমন্বয়ৰ কথা উন্মুকিয়াই যায়। গতিকে এই জনজাতীয় ৰাগশ্ৰীৰে কামৰূপীয় তথা ভাৰতীয় সঙ্গীতৰ সৌষ্ঠৱ বঢ়াবৰ যথেষ্ট অৱকাশ আছে। জনজাতীয় জীৱনৰ এই ধাৰাটি বোৱাই ৰাখিবলৈ নেফাৰ স্কুলসমূহত এই গীত-নাচৰ চৰ্চ্চা পাঠ্যক্ৰমৰ লগতে প্ৰচলন কৰা হৈছে। নতুন যুগৰ ৰং-ৰূপহে জনজাতীয় সঙ্গীতক বিকৃত বা পৰিৱৰ্ত্তিত কৰাৰ আগতে সঙ্গীতজ্ঞসকলে সুৰসঞ্চয়নৰ দিহা কৰিব পাৰে। তাৰ পৰা কামৰূপীয় সঙ্গীত অতি গতিশীল হব।

## মধ্যবৰ্ত্তীকালৰ সঙ্গীত

অষ্টাদশ শতিকাৰ পৰা বিংশশতিকাৰ আগভাগলৈ কামৰূপীয় সঙ্গীতৰ বিশেষ অগ্ৰগতিৰ কথা বুজা নাযায়। লোকসঙ্গীত বা গণ-সঙ্গীতে জনসাধাৰণৰ মাজত কেনে গা কৰিছিল তাৰো সম্ভেদ নাপাওঁ। ৰুদ্ৰসিংহ, শিৱসিংহ, প্ৰমত্তসিংহ ৰাজেশ্বৰসিংহ, আদি স্বৰ্গদেৱসকলে ভালেমান গীত ৰচনা কৰে ; সেই গীতত ৰাগৰ উল্লেখ থাকিলেও কামৰূপীয় সঙ্গীতৰ বুৰঞ্জীত সেইবোৰ একোটা সময়ৰ আঁচোৰৰ দৰেহে জিলিকি আছে। সেই স্বৰ্গদেৱসকলৰ দিনতে বঙ্গদেশৰ 'বিলতায়া গায়ন' বোলা এদল 'ওস্তাদে' শিৱসাগৰ অঞ্চলত খোপনি পুতি পাঁচালী, কীৰ্ত্তন, খেমটা আদি শ্ৰেণীৰ গীত বোলে প্ৰচাৰ কৰে। দেৱগাঁও, নেঘেৰিটিং আদি দেৱালয়তো হেনো নাচনীসকলে এই আমদানী কৰা গীত-নাচ কৰিবলৈ ধৰে। আনকি ঘাই সত্ৰসমূহতো হেনো গোঁসাইসকলে বঙ্গভাষাত নাট লিখি অভিনয় কৰায়। অসমৰ দেশীয়া



সঙ্গীতৰ প্ৰসাৰত যে এই ধৰণৰ সঙ্গীতে বিশেষ উপকাৰ কৰিছিল, মনে নধৰে। বৰং তাৰ পৰা এক অভিজাত সঙ্গীত গোষ্ঠীৰ সৃষ্টি হৈ প্ৰাচীন কামৰূপীয় সঙ্গীতত অৱনতিহে আনিলে। মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণত দেশ জুৰুলা হোৱাৰ লগে লগে যে এই কামৰূপীয় সঙ্গীতৰ সমূহ ক্ষতি হ'ল তাক সহজেই অনুমান কৰিব পাৰি। অৰাজকতা, মাৰী-মড়ক দুৰ্ভিক্ষ সঙ্গীতৰ ডাঙৰ শত্ৰু।

## পৰাধীন যুগৰ সঙ্গীত

কুৰি শতিকাৰ লগে লগে অসমীয়া ভাষাৰ চৰ্চ্চা বাঢ়িল ; লগে লগে অন্ধ অনুকৰণ এৰি অসমীয়া ভাষাত গীতৰ আৰম্ভ হ'ল। জোনাকীযুগৰ বেজবৰুৱা, চন্দ্ৰ আগৰৱালা, বেণুধৰ ৰাজখোৱা আৰু পৰৱৰ্ত্তী পদ্মধৰ চলিহা আদি যশস্বী কৰি সাহিত্যিকসকলে অসমীয়া গীত ৰচিলে। এই কালতে কীৰ্ত্তন, ঘোষা, বৰগীত আদি ধৰ্ম্মপুথি হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য্য, গঙ্গাধৰ বৰকটকী আৰু পাছলৈ হৰিনাৰায়ণ দত্তবৰুৱা আদিয়ে ছপাই প্ৰকাশ কৰে। কামৰূপীয় সঙ্গীতক মৃত্যুৰ গৰাহৰ পৰা ৰক্ষা কৰাত ই এক পৰোক্ষ অৱদান। এই যুগতে লক্ষ্মীৰাম বৰুৱা, প্ৰভাত চন্দ্ৰ বৰুৱা, কীৰ্ত্তিনাথ বৰদলৈ আদি কেবাজনাও সঙ্গীতজ্ঞই সঙ্গীত-বিজ্ঞানৰ ভেটীত এই যুগৰ অসমীয়া সঙ্গীতক স্থাপন কৰিবৰ প্ৰচেষ্টা চলায়। এই আত্মসচেতনতাৰ লগে লগে জাতীয় ভাৱধাৰাই এই যুগৰ সঙ্গীতক প্ৰভাৱান্বিত কৰে। এই যুগত নবীন বৰদলৈ, অম্বিকাগিৰী ৰায় চৌধুৰী, প্ৰসন্ন চৌধুৰী, আদি বহুতো স্বদেশপ্ৰেমীয়ে জাতীয় ভাৱৰ গীত ৰচনা কৰে। তাৰ পাছৰ চামত অতুল হাজৰিকা, ডিম্বেশ্বৰ নেওগ, মিত্ৰদেৱ মহন্ত, বিনন্দ বৰুৱা আদি কৰিসকলে নানা গীত ৰচনা কৰি এই সচেতনতাক আৰু জগাই তোলে। গীতি-সাহিত্যৰ মূল্যাঙ্কন সাহিত্যৰ বুৰঞ্জীৰ বস্তু ; গতিকে তাক সাহিত্যবুৰঞ্জী লেখকসকললৈ থোৱা হ'ল। সাঙ্গীতিক

জোখকাঠীত এই সঙ্গীতৰ এটা আহুকাল আছিল। সেয়ে হৈছে, গীতিকাৰসকলৰ সৰহভাগ সুৰকাৰ বা গায়ক নাছিল বাবে সুৰ আৰু কথা বহুত ক্ষেত্ৰত ৰজিতা খাব পৰা নাছিল। দৰাচলতে গীতিকাৰ-সুৰকাৰ-গায়ক একেজন হ'লেহে যথাৰ্থ সঙ্গীতৰ সৃষ্টি সুগম হয়। আন এটা আহুকাল হৈছে, অনা-অসমীয়া গীতৰ সুৰৰ লগত মিলাই বহুতো গীত ৰচনা কৰা হৈছিল। বোধকৰোঁ প্ৰকৃত সঙ্গীতজ্ঞ সুৰকাৰৰ অভাৱ আছিল বাবেই এনে হৈছিল। তাৰ ফলত এই যুগৰ সঙ্গীতৰ ভাগটো মুকলিমুৰীয়া হব পৰা নাছিল।

## পুবেৰুণৰ সঙ্গীত

এই সময়তে জাতীয় ভাৱেৰে অনুপ্ৰাণিত সঙ্গীতৰ নৱ চেতনাই কৱি-সঙ্গীতজ্ঞসকলক উদ্বুদ্ধ কৰি তোলে। আগৰ যুগৰ বহুতো গীতিকাৰে ইয়াত সক্ৰিয় ভাগ লয়। এই উদ্বোধনৰ এটি ৰিং আমি পাওঁ ১৯২৬ চনৰ গুৱাহাটী কংগ্ৰেচ অধিবেশনত গোৱা 'স্বাগত স্বাগত' আদি গীত আৰু আন গীতিকাৰ কেইজনমানৰ কেইটিমান গীতত। ইয়াৰ স্পষ্ট দিশ এটা ফুটি উঠে কীৰ্ত্তিনাথ বৰদলৈৰ গীতিনাটসমূহত; পাৰ্বতিপ্ৰসাদ বৰুৱা, কমলানন্দ ভট্টাচাৰ্য্য আদি সুৰকাৰ-কৱিসকলৰ গীতসমূহত। এই গীতবোৰৰ সুৰত বৰগীত, ব্যাহ, দুৰ্গাবৰী, শুকনান্নী, বনঘোষা, বিয়ানাম আদিৰ সুৰ-সমন্বয়ত 'বাগৰ্থসংপৃক্ত' কৰি এলানি যথাৰ্থ অসমীয়া গীতৰ প্ৰচাৰ হয়। এই সময়তে ৰূপকোঁৱৰ জ্যোতি আগৰৱালাৰ সুৰ-ৰচনা আৰু লগে লগে 'জয়মতী' কথাছবিৰ জন্মই অসমৰ সুৰলক্ষ্মীৰ মুখ পোহৰাই দিয়ে। জ্যোতি আগৰৱালাৰ দেশ-প্ৰেমমূলক গীতৰ পৰা আৰম্ভ কৰি নানা পদ্ধতি, ভাৱৰ গীতে অসমীয়া সুৰকাৰক এক নতুন বাটৰ সন্ধান দিলে। জ্যোতিপ্ৰসাদৰ গীতৰ বিশেষত্ব এয়ে যে বৈজ্ঞানিক পদ্ধতিত সুৰ সমন্বয় কৰিও লৌকিক সঙ্গীতৰ ভেটীত ইয়াক প্ৰতিষ্ঠা কৰা হৈছিল।



## আজিৰ যুগৰ সঙ্গীত

আজিৰ যুগৰ সঙ্গীতত ঘাইকৈ তিনি বিধৰ গীত দেখা পোৱা যায়ঃ এজন কৱিৰ গীতত আন সুৰকাৰে সুৰ দি আকৌ তৃতীয় এজন গায়কে গোৱা গীত। এইবিধ গীতৰ অসুবিধা এয়ে যে গীতটি থিয় কৰি ধৰা তিনিওজন সহকৰ্ম্মীৰ অলপ বিসঙ্গতি হ'লেই গীতৰ মনোগ্ৰাহিতা হেৰায়। দ্বিতীয় বিধ হৈছেঃ গায়কসকলৰ স্বৰচিত আৰু পৰিবেশিত। ইয়াতো কণ্ঠৰ আৰু ভাৱ প্ৰকাশৰ সামঞ্জস্য লাগিব। তৃতীয়তে, আমি দেখা পাওঁ, একেজন গীতিকাৰ-সুৰকাৰ-গায়কৰ গীত; এনে গীতৰ সাফল্যৰ বাবে লাগে গীতৰ ভাৱ আৰু সুৰ-কণ্ঠত 'দৰদেৰে' ফুটাই তুলিব পৰা আৰু কথাৰ সঙ্গতি। বন্দনা বৰুৱা, গুণদা দাস, ভূপেন হাজৰিকা, দীপালী বৰঠাকুৰ, বীৰেন ফুকন, বীৰেন দত্ত, ৰুদ্ৰ বৰুৱা, খগেন মহন্ত, শেৱালী দেৱী আদি বহুতো নন কণ্ঠশিল্পী, সুৰ-শিল্পীৰ গীতেৰে হিজ মাষ্টাৰচ ভয়েচৰ ৰেকৰ্ড, গুৱাহাটীৰ 'আকাশবাণী', গীত-মঞ্চ আৰু অসমীয়া কথাছবি চিৰাজ, মৰমতৃষ্ণা, সৰাপাত, চাকনৈয়া, নৰকাসুৰ, শকুন্তলা, মণিৰাম দেৱান আদি মুখৰিত হৈ আছে। এই সময়ৰ মুকুল বৰুৱা, ব্ৰজেন বৰুৱা, পুৰুষোত্তম দাস, ভূপেন হাজৰিকা আদি সুৰকাৰসকলৰ আধুনিক সঙ্গীতলৈ বিশেষ বৰঙণি আছে। আজিৰ সঙ্গীতযুগত ভূপেন হাজৰিকাৰ অৱদান অসামান্য। সুৰকাৰ, গায়ক হিচাবে অসমত অগ্ৰণী হ'লেও কামৰূপীয় সঙ্গীতৰ ঐশ্বৰ্য্য সদৌ ভাৰততে প্ৰচাৰ কৰি তেওঁ গুণগ্ৰাহী, সঙ্গীতপ্ৰেমীৰ শলাগ পাইছে। 'বনগীত' শ্ৰেণীৰ গীত ৰচি, সুৰ দি গাই কামৰূপীয় সঙ্গীত সৌন্দৰ্য্যৰ এপাহি ৰুদ্ৰ বৰুৱা প্ৰমুখ্যে কেবাজনো সুৰকাৰে প্ৰচাৰ কৰিছে। আজি সুৰসৃষ্টিৰ কামত লিপ্ত, সুৰত সমন্বয় ঘটাবৰ প্ৰয়াস পোৱা এচাম গুণী শিল্পী ডেকাই দেহেকেহে লাগিছে। ইয়াৰ ফলাফল ভৱিষ্যতেহে কব। অসমীয়া গীতি সাহিত্যৰ বুৰঞ্জী সম্পূৰ্ণকৈ আজিও লিখা হোৱা নাই। ভৱিষ্যতৰ গীতি-বুৰঞ্জীত আজিৰ যুগৰ গীতসমূহৰ নিশ্চয় পৰীক্ষা হব।

সঙ্গীতত নাট্য, নৃত্য আৰু বাদ্যৰ আলোচনাৰ বাবে এই প্ৰবন্ধত পৰিসৰ কম। ইয়াত ইয়াকে কলে হব যে নৃত্য, নাট্য আৰু বাদ্যৰ বুৰঞ্জীয়ে ভাৰতীয় তথা কামৰূপীয় সঙ্গীতৰ পৰিপুষ্টি সাধিছে। এই শাখাবোৰত ভাৰত তথা অসমৰ নৃত্যশিল্পী নাট্যশিল্পী আৰু বাদকসকলৰ অৱদানো লেখত লবলগীয়া।

বৰ্ত্তমান সময়টোত যেন এক যুগোৎপত্তি হব লাগিছে, এনে লাগে। যোৱা চীন আক্ৰমণৰ সময়ত আৰু তাৰ পাছলৈও ৰচিত নানা গীতৰ পৰা বহুতৰে এই ধাৰণা জন্মিছে। আগৰ চামৰ বহুতে আজিৰ সঙ্গীতৰ এই ৰূপ দেখি খং খায়, দেশ-ৰসাতলে-গ'ল যেন ভাবে। বুঢ়া লোকে বংশধৰসকলৰ কাৰ্য্যকলাপৰ লগত খাপ খুৱাব পৰা টান; কিন্তু 'কাল কটাহত অনন্তৰ অন্ন' সিজিব লাগিছে। পাছলৈ যিসকল আহিব তেওঁলোকেহে এই ভোজ খাই ইয়াৰ গুণাগুণ কব পাৰিব। লগতে আমি যেন সঙ্গীতৰ ধাৰা প্ৰবহমান কৰি ৰাখিবলৈ প্ৰকৃতি, গুণৰ ওপৰত সৰহ গুৰুত্ব দিওঁ; সংখ্যা বা পৰিমাণত নহয়।

সামৰণীত মনৰ পোৰণি মাৰ নিয়াবলৈ সবিনয়ে কেইটিমান কথা নিবেদন কৰোঁ:

অসমত সঙ্গীতৰ যথাৰ্থ চৰ্চ্চা হবলৈ হ'লে বৈজ্ঞানিক অনুশীলন, আন্তৰিকতা আৰু সাধনা হোৱা উচিত। বিশ্ববিদ্যালয়ে সঙ্গীতৰ গবেষণা খোলকৰ স্কুলত ছাত্ৰসকল, প্ৰকৃত সাধনাৰ কাৰণে সঙ্গীত-শ্ৰেণী খোলা হওক, (প্ৰাইমেৰী) প্ৰাথমিক স্কুলত দেশী কণ্ঠসঙ্গীত, নাচ, বাজনাৰ শিক্ষা দিয়া হওক। প্ৰাণৰ শিক্ষা হবলৈ হ'লে শিক্ষাত সঙ্গীত অপৰিহাৰ্য্য।

তৰুণসকলৰ যিসকল গুণীয়ে শিল্প-ৰুচি, সুকণ্ঠ লৈ জন্ম লৈছে, তেওঁলোকে নম্ৰভাৱে, প্ৰকৃত সাধনাৰ বলেৰে নিজৰ সঙ্গীত-প্ৰতিভাৰ



সুফল আনকো দিব পৰা হওক, যাতে তেওঁলোকৰ সঙ্গীত-প্ৰিয়তা অকল যৌৱনৰ সম্পত্তি বা বিলাস নহৈ জীৱনৰ পাথেয় আৰু দেশবাসীৰ সেৱাস্বৰূপ হয়।

পৰম পুৰুষ বিশ্বশিল্পীজনাক প্ৰাৰ্থনা কৰোঁ: শিল্প-সাধনাত যদি প্ৰমাদ ঘটে, শিল্পী-মনত যদি মলিনতা আহে, শিল্পী-প্ৰাণৰ সৰ্ব্বশুক্লা ভাৰতীৰ ৰূপত যদি ঘুণে ধৰে, তেওঁ যেন মঙ্গলময় হাতেৰে সেই সকলো মচি নি শিল্পীজীৱন মহীয়ান্ কৰি তোলে!

'সৰস্বতী শ্ৰুতমহতাং মহীয়তাম্'

জ্ঞান-বিশ্ৰুত (শিল্পী) সকলৰ বাণী সন্মানিত হওক।

---

# বুৰঞ্জী শাখা ঃ সভাপতিৰ অভিভাষণ

"সিদ্ধিৰস্তু"

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, প্ৰতিনিধি বৰ্গ আৰু সমবেত সুধীবৃন্দ !

অসম সাহিত্য সভাৰ এই দ্বাত্ৰিংশতম্ অধিবেশনত বুৰঞ্জী শাখাৰ সভাপতিৰ বাব অধিবেশনৰ কৰ্তৃপক্ষই এই অভাজনক দিয়া বাবে তাক কৃতজ্ঞতাৰে শিৰোধাৰ্য্য কৰাৰ লগতে নিজৰ অপাৰগতা নিবেদন কৰি আপোনাসকলৰ সদয় আহ্বান শিৰোগত কৰি সভাপতিৰ আসন গ্ৰহণ কৰিছোঁ, অলেখ দোষ-ত্ৰুটি মাৰ্জ্জনাৰ ভাবসাকে সম্বল কৰি ।

সাহিত্যক আমি জ্ঞান আৰু ৰস বা সৌন্দৰ্য্যৰ ভৰাঁল বুলি ভাবোঁ। দৰ্শন, বিজ্ঞান আৰু বুৰঞ্জী তাৰ জ্ঞানাত্মক শাখাৰ ঠাল-ঠেঙুলি আৰু কাব্য, নাটক, উপন্যাস আৰু গল্প আদি লঘু সাহিত্য বুলি জনাজাত অংশটো তাৰ সৌন্দৰ্য্যমূলক বা ৰসাত্মক শাখাৰ পুষ্পপল্লৱ বুলি ধৰিব পাৰি । সাহিত্যৰ এই ৰসাত্মক শাখাটোকে ঠেক অৰ্থত সচৰাচৰ 'সাহিত্য' (অৰ্থাৎ "নিজ সাহিত্য" Literature Proper) আৰু প্ৰাচীন ভাষাত 'কাব্য' বুলি অভিহিত কৰা হয়। সংস্কৃত সাহিত্যকো তেতিয়া ঘাইকৈ দুভাগত ভগোৱা হৈছিল ঃ—জ্ঞানাত্মক ভাগক বোলা হৈছিল 'শাস্ত্ৰ' (Science) যেনে দৰ্শন, ব্যাকৰণ, জ্যোতিষ, নীতি, ৰতি, ইতিহাস, পুৰাণ, তন্ত্ৰ ইত্যাদি শাস্ত্ৰ আৰু ৰসাত্মক ভাগক বোলা হৈছিল কাব্য ("বাক্যং ৰসাত্মকং কাব্যং") যেনে—মাঘ, শকুন্তলা, উত্তৰ ৰাম চৰিত, ৰঘুবংশ, মেঘদূত ইত্যাদি। এই দুটা ভাগৰ মাজত তেতিয়া চলা প্ৰতিদ্বন্দ্বিতাৰ ভাবো প্ৰাচীন সাহিত্যত জিলিকি আছে ঃ যেনে "কাব্যেন হৃজতে শাস্ত্ৰং" ।



জ্ঞানাত্মক সাহিত্যই দুবিধ জ্ঞানৰ চৰ্চ্চা কৰা দেখা যায়। এবিধ সাধাৰণ (general) বা গৌণিক (abstract) জ্ঞান আৰু ইবিধ বিশেষ (specific) বা বাস্তৱ (concrete) জ্ঞান। এই শেষৰ বিধ জ্ঞানক অভিজ্ঞতামূলক (empirical) জ্ঞান বোলা যায়। সকলো দৰ্শন আৰু বিজ্ঞানে এই অভিজ্ঞতামূলক বিশেষ জ্ঞানৰ পৰা সাধাৰণ সূত্ৰ (abstract general law) আহৰণ কৰি সাধাৰণ জ্ঞান ৰচনা কৰে ; আৰু সেয়ে শ্ৰেণী অনুসৰি বিভিন্ন দৰ্শন বিজ্ঞানৰূপে পৰিচিত হয়। মানুহ জাতিৰ কোনো গোষ্ঠী, দেশ আৰু সমাজ অথবা একোটা বিশেষ বিষয় সম্পৰ্কীয় সঞ্চিত, অভিজ্ঞতামূলক বাস্তৱ (concrete) জ্ঞানখিনিকে ধাৰাবাহিকৰূপে সজাই ললে তাক সেই গোষ্ঠী, দেশ, সমাজ অথবা বিষয়ৰ বুৰঞ্জী বোলা যায়। সেয়ে পিচে, প্ৰকৃত বুৰঞ্জী আখ্যাৰ যোগ্য হব লাগিলে তাৰ সমল আৰু সঞ্চয়ন প্ৰণালী নিভাঁজ, নিখুঁত, নিয়াৰি আৰু শ্ৰেণীবদ্ধ হব লাগে। ইয়াক পুৰণি জ্ঞানৰ সংগ্ৰহালয়ো এক প্ৰকাৰে বুলিব পাৰি। সংগ্ৰহালয়ত পুৰণি কালৰ বস্তুবোৰ যেনেকৈ বিভিন্ন প্ৰকাৰ আৰু যুগৰ নিদৰ্শন স্বৰূপে সুশৃঙ্খলকৈ সজোৱা থাকিব লাগে, বুৰঞ্জীয়েও পুৰণি কালৰ তথ্য বা জ্ঞানখিনি তেনেকৈ নিয়াৰিকৈ কাল পৰম্পৰা আৰু বিষয় অনুযায়ী পৰিপাটিকৈ শ্ৰেণী লগাই সজাব লাগে। তদুপৰি বিষয় বিলাকৰ সন্নিবেশত আলোচ্য দেশ, জাতি, সমাজ বা বিষয়ৰ অভিব্যক্তিত থকা, তাৰ অন্তৰ্নিহিত মূল সূত্ৰ ধৰি তাৰ বিকাশ আৰু গতি উলিয়াই দেখুৱাবৰ প্ৰয়াস কৰিব লাগে। নহলে আলোচনাৰ ভিতৰত মূল ঐক্য স্বৰূপ প্ৰাণ নাথাকে আৰু বুৰঞ্জী নিৰস নিষ্প্ৰাণ হয়। ভাৰতৰ তথা অসমৰ বুৰঞ্জীত এনে অন্তৰ্নিহিত মূল সূত্ৰ বহল ভাবে দেখা যায় বিভিন্ন জাতি আৰু কৃষ্টিৰ সংমিশ্ৰন আৰু সমন্বয়ত ঃ—বিচিত্ৰতাৰ মাজত সংঘটিত ঐক্যত (Unity in diversity)

বুৰঞ্জীয়ে নিজেও বিশেষ জ্ঞান আৰু তথ্যৰ ভৰাল স্বৰূপে অনুসন্ধিৎসু আৰু সাধাৰণ লোকৰ কৌতুহল পূৰণ কৰে হেতুকে সি

সাহিত্যৰ এটা বিশেষ অঙ্গ বুলি অতীজৰ পৰা স্বীকৃত হৈ আহিছে। এই ৰূপত ভাৰতীয় ইতিহাস, পুৰাণ আৰু প্ৰাচীন গ্ৰীচ-ৰোমৰো বুৰঞ্জীমূলক সাহিত্য বৰ্ত্তমান। বৰ্ত্তমান যুগৰো প্ৰত্যেক দেশৰ সাহিত্যত বুৰঞ্জীয়ে এটা বুজন স্থান অধিকাৰ কৰি আহিছে। তদুপৰি প্ৰাচীন আৰু আধুনিক যুগৰ কাব্য, নাটক, উপন্যাস আদি বহুত গ্ৰন্থই তাৰ মূল বিষয় বা উপাদানৰ বাবে বুৰঞ্জীৰ ওচৰত ধৰুৱা। কেতিয়াবা আকৌ ৰাহুল সংকৃত্যায়নৰ নিচিনা কৃতী গ্ৰন্থকাৰে বুৰঞ্জীকে উপন্যাসৰ আকাৰে লিখি ( যেনে "ভল্‌গাৰ পৰা গঙ্গা" ) অমৰ হৈ গৈছে।

বিজ্ঞানৰ ভিতৰত ৰাজনীতি, অৰ্থনীতি, সমাজতত্ত্ব, নৃতত্ত্ব আৰু ভাষাতত্ত্বই নিজৰ ঘাই তত্ত্ব (principles) বা মূল সাধাৰণ সূত্ৰবোৰ বুৰঞ্জীৰ সঞ্চিত তথ্য (facts) সমূহৰ পৰাই আহৰণ কৰিছে। এইৰূপে জ্ঞানাত্মক বিজ্ঞান দৰ্শন ভাগৰ সাহিত্য মূলতে বুৰঞ্জীৰ ওচৰত ঋণী। তেনেকৈয়ে ইফালে বুৰঞ্জীৰো অভিজ্ঞতামূলক জ্ঞানে ঢুকি নোপোৱা অতি আদিম অন্ধকাৰ যুগত পোহৰ পেলাই তাক পুনৰ্গঠিত কৰিবলৈ পুৰাতত্ত্ব (archaeolozy) নৃতত্ত্ব, ভাষাতত্ত্ব, সমাজতত্ত্ব আদি বিজ্ঞানৰ বিশেষ সহায়ৰ প্ৰয়োজন হয়। এইদৰে বিজ্ঞান আৰু বুৰঞ্জী পৰস্পৰ সহায়ক আৰু পৰিপূৰক জ্ঞানক্ষেত্ৰৰূপে বৰ্ত্তমান আৰু নিজ সাহিত্য অৰ্থাৎ নাটক, কাব্য, উপন্যাস আদি ৰসাত্মক ৰচনাৱলীও কিয়ৎ পৰিমাণে বুৰঞ্জীৰ ওপৰত নিৰ্ভৰশীল। এইদৰে দেখা যায় বুৰঞ্জী সাহিত্যৰ এটা অতি বুজন আৰু অবিচ্ছেদ্য অঙ্গ।

বুৰঞ্জীৰ আৰম্ভণ মানুহৰ প্ৰথম আবিৰ্ভাবৰ লগতে সাঙোৰ খাই আছে। মানুহ ইতৰ জন্তুৰ মাজৰ পৰা কেতিয়া কেনেকৈ আঁতৰি আহিল তাক নিৰূপণ কৰা যেনে দুঃসাধ্য, বুৰঞ্জীৰ আৰম্ভণ বিচৰাও তেনেই। তথাপি বৈজ্ঞানিকসকলে প্ৰাণীতত্ব, নৃতত্ব, ভাষাতত্ব আদি বিজ্ঞানৰ সহায়েৰে তাৰ সন্ধান লৈ মানুহ জাতিৰ আৰু তাৰ বিভিন্ন গোষ্ঠীৰ প্ৰাচীন আঁতি-গুৰি উলিয়াবৰ প্ৰচেষ্টা চলাই আছে। আমাৰ দেশত অৰ্থাৎ ভাৰতবৰ্ষত মানুহৰ বসতি আৰম্ভ হোৱাৰ পৰা প্ৰাগৈতিহাসিক



যুগৰ বুৰঞ্জী সংকলন কৰিবলৈকো এইবিলাক বিজ্ঞানৰ আৰু পুৰাতত্ব বিষয়ক অনুসন্ধানৰ বিশেষ প্ৰয়োজন। সেই অস্পষ্ট ধুৱঁলি-কুঁৱলি যুগটোত বুৰঞ্জীৰ পোহৰ পেলাবলৈ পুৰাতত্ববিভাগ আৰু দুই এখন বিশ্ববিদ্যালয়ৰ ফালৰ পৰা কিছু প্ৰয়াস চলিছে। আৰু তাৰ পৰা প্ৰাচীন বুৰঞ্জী বহুতখিনি উদ্ধৃত হৈছে। অসমতহে কেন্দ্ৰীয় পুৰাতত্ব ফালৰ পৰা বিশেষ উল্লেখযোগ্য কাম এতিয়ালৈকে দেখা নাই। এতিয়ালৈকে প্ৰাগৈতিহাসিক কালৰ বুৰঞ্জী উদ্ধাৰৰ কাৰণে পুৰণি সামগ্ৰীৰ অশ্মীভূত (fossilized) অৱশিষ্ট নৰকঙ্কাল, পাথৰৰ অস্ত্ৰ-শস্ত্ৰ, আহিলা-পাতি আদি বিচাৰি পুৰাতত্ব বিভাগে খনন কাৰ্য্য চলোৱা উদ্যোগ অসমত ধাৰাবাহিক আৰু প্ৰণালীবদ্ধ ভাবে এতিয়ালৈকে হাতত লোৱা দেখা নাযায়। দুই চাৰিজন পুৰাতত্ব আৰু নৃতত্ব গবেষকে যেনে গৰ্ডন চেকস্‌পিয়াৰ, মিলচ্, হটন, হেইমেনডৰ্ফ, ৰাখালদাস বেনাৰ্জ্জী, এগুাৰ্চ্চন আদি পণ্ডিতসকলৰ একান্ত যত্নৰ ফলত আৰু সধ্যতে অলপ দিনৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ব বিষয়ত অধ্যাপক আৰু ছাত্ৰসকলৰ উদ্যোগত অসমৰ কোনো কোনো ঠাইত প্ৰাগৈতিহাসিক মানুহৰ বসতি আৰু কাৰ্য্যকলাপৰ চিনচাব ওলাবলৈ আৰম্ভ হৈছে। তাৰ ভিতৰত নব-প্ৰস্তৰ যুগৰ (Neolithic Age) শেষভাগত সম্ভৱতঃ নিগ্ৰিট'কৈদৰ আদিম মানুহে অসমৰ কোনো কোনো ঠাইত বাস কৰাৰ চিন মোকাম ওলাইছে বুলি নৃতত্ব আৰু পুৰাতত্ববিদ্‌সকলে অনুমান কৰিছে। জে, পি, মিল্‌চে এই নিগ্ৰিট'সকলকে অসমৰ অতি আদিম অধিবাসী বুলি মত প্ৰকাশ কৰে। এই মন-খেমাৰ ভাষাভাষী আদিম নিবাসীসকল খৃষ্টৰ অনুমান ২৫০০ বছৰৰ আগতে এই দেশত আছিল বুলি তেওঁলোকৰ ব্যৱহৃত শিলৰ কোৰ-কুঠাৰৰ নিচিনা হাথিয়াৰ দেখি থিৰাং কৰা হৈছে। এনে বিলাক বস্তু দৰং জিলাৰ বিশ্বনাথ, কাছাৰ জিলাৰ কনাৰপাৰা আৰু মিকিৰ পাহাৰৰো কোনো কোনো ঠাইত ওলাইছে। জে, ডি, এণ্ডাৰচনে এনে এছটা শিলৰ কোৰ বা কুঠাৰ সদিয়াত পোৱা আৰু ৰাখালদাস বেনাৰ্জ্জীয়ে পাদাম আবৰ গাওঁ এখনত ওলোৱা বুলিও উক্তি

কৰিছে। ডিব্রুগড়তো আৰু সেইফালৰ এখন বাগিচাৰ কলঘৰৰ তলতো এনে শিলৰ কুঠাৰ ওলোৱা বুলি জনা যায়। এইদৰে অকল খাচীয়া চিন্টেং সকলৰ মাজতে নহয় দৰং, কাছাৰ, নগাপাহাৰ, মণিপুৰ আৰু আনকি উজনিঅসম আৰু আবৰ পাহাৰতো এইবিলাক শিলৰ নিৰ্ম্মিত আদিম কালৰ হাথিয়াৰ ওলোৱালৈ চাই সেইবিলাকৰ ব্যৱহাৰকাৰী সকল প্ৰাগৈতিহাসিক যুগত অকল ব্ৰহ্ম, মালয় আৰু পূৰভাৰতীয় দ্বীপপুঞ্জৰ পৰা অহা লোকেই নাছিল, ভাৰতৰ দক্ষিণ আৰু পশ্চিম ফালৰ পৰা আৰু গঙ্গা উপত্যকাৰপৰা অসম সোমোৱা মানুহো আছিল বুলি পণ্ডিতসকলে অনুমান কৰিছে। এই নব্য-প্ৰস্তৰ যুগৰ উপনিবেশ স্থাপনকাৰীসকলৰ পৰাই অসমত ভূমি উৰ্ব্বৰকৰণ পন্থৰ ( fertility cult ) আৰু ইন্দ্ৰজাল বিদ্যাত ( magic, witch-craft ) বিশ্বাস প্ৰৱৰ্ত্তিত হৈ আহিছে বুলি অনুমান হয়।

শিল পাথৰেৰে প্ৰস্তুত আদিম অস্ত্ৰ-শস্ত্ৰৰ আবিষ্কাৰৰ প্ৰাচুৰ্য্য অসমত আপেক্ষিকৰূপে কম হলেও প্ৰস্তৰ যুগৰ মানুহৰ আন এটা অভ্যাসৰ নমুনা যথেষ্ট দেখা যায়। সেইটো হৈছে ডাঙৰ শিল একোটা থিয়কৈ পুতি বা একোচটা বহল শিল চেপেটা ভাবে থাপি মৃতকৰ কবৰত দি স্মৃতি ৰখা। এই দস্তুৰটো অসমৰ নগা আৰু খাচিয়া জনজাতিৰ কোনো কোনো খেলত এতিয়াও চলিয়েই আছে। এই-বিধৰ স্মৃতিশিলত কবৰাত ছবি আঁকি থোৱাও দেখা যায়। মধ্য-ভাৰতৰ মুণ্ডাৰি জাতিৰ মাজতো এনে প্ৰথা আছে। ডিমাপুৰ আৰু জামুগুৰিতো শিলৰ স্মৃতি স্তম্ভ দেখা যায়; সেইবিলাক নগাৰ মাজত থকা স্তম্ভবিলাকৰ লগত মিলে আৰু লিঙ্গপূজা ৰীতিৰ পৰা উদ্ভুত বুলি পণ্ডিতসকলে অনুমান কৰিছে। এইদৰে শিলা-স্তম্ভেৰে মৃতকৰ স্মৃতি ৰক্ষা কৰা প্ৰথা ঘাইকৈ দক্ষিণ পূব এচিয়াৰ পৰা অহা মন-খেমাৰ গোষ্ঠীৰ মানুহে অনা বুলি বহুত পণ্ডিতে বিশ্বাস কৰে। নগা-কুকি সভ্যতাৰ লগত তিব্বতী ব্ৰহ্ম সংস্কৃতিৰ সংমিশ্ৰণৰ পৰিণামো এই প্ৰথাত পৰিলক্ষিত হয়—বিশেষকৈ ডিমাপুৰ, জামুগুৰি আৰু কাছ-



মাৰিৰ শিলাস্তম্ভখিনিত কাছমাৰী, জামুগুৰি আৰু ডিমাপুৰতো এনে ধৰণৰ শিলত বক্ষস্থল, পদ্মফুল আৰু চতুৰ্ভুজ মূৰ্ত্তি দেখি সেইবিলাক কছাৰী সভ্যতা হিন্দুকৃষ্টিৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ পিচৰ বুলি বিশ্বাস কৰিবৰ স্থল ওলায়।

প্ৰাগৈতিকহাসিক যুগৰ বুৰঞ্জীৰ সমল ভূগৰ্ভস্থিত আৰু ওপৰত এতিয়ালৈকে ওলাই থকা শিল-পাথৰৰ আহিলা-পাতি আৰু স্মৃতি চিনৰ বাহিৰে নগৰ, মঠ-মন্দিৰ, প্ৰসাদ আৰু দুৰ্গৰ পোত খাই থকা অথবা হাবি জংঘলত ঢাক খাই থকা ভগ্নাংশয়ো যোগাব পাৰে। পাহাৰৰ গুহা আৰু আদিম কালৰ মানুহে বন্য জন্তু আৰু শত্ৰুৰ পৰা ৰক্ষা পাবৰ কাৰণে সাজি লোৱা গড়, প্ৰাচীৰ আদিৰ নমুনা কৰবাত কৰবাত পোৱা গৈছে। সেই বিলাকৰ গাত আঁকা ছবি আদিৰ পৰা তেনে ব্যৱহাৰৰ ইঙ্গিত বুজা যায়। বিখ্যাত হাৰাপ্পা আৰু মহেঞ্জোদাৰোত আবিস্কৃত প্ৰাচীন ধ্বংসাৱশেষে ভাৰতৰ প্ৰাগৈতিক-হাসিক বুৰঞ্জীত যুগান্তৰকাৰী আলোক সম্পাত কৰিছে। তাতকৈ নাম-নাচ হলেও ভাৰতৰ অন্যান্য ঠাইত যেনে তাক্ষিলা, কৌশাম্বী অহিছত্ৰ, মথুৰা, বাৰাণসী, অৱন্তীপুৰ, উজ্জয়িনী, চাঁচী, সাৰনাথ, ৰাজগিৰ, পাটলীপুৰ, শ্ৰাৱস্তি, পাহাৰপুৰ, জয়পুৰ, কোলাপুৰ, বিক্ৰমশিলা, নাগাৰ্জ্জুনকোন্দ আদিত পুৰাতত্ববিভাগৰ খনন কাৰ্য্যৰ পৰা প্ৰাচীন যুগৰ নতুন নতুন তথ্য আবিস্কৃত হব লাগিছে। কিন্তু অসমত পুৰাতত্ব বিভাগে কোনো উল্লেখযোগ্য কাম এই পৰ্য্যন্ত হাতত নোলোৱাটো অতি পৰিতাপৰ কথা হৈছে। অসমত যে পুৰাতত্ব বিষয়ক অনেক স্মৃতি উদ্ঘাটিত কৰিব পৰা অলেখ সমল ভূগৰ্ভত এতিয়াও লুকাই আছে তাৰ প্ৰমাণ আচম্বিতে অ'ত ত'ত ওলোৱা অনেক আপুৰুগীয়া শিলৰ আৰু তামৰ ফলিত বিৰল কাৰুকাৰ্য্য বিশিষ্ট আৰু তাৎপৰ্য্য থকা লিপি খোদিত মূৰ্ত্তি আৰু আন পূজা-পাতিৰ আহিলা মঠ-মন্দিৰৰ ভগ্নাৱশেষ আদিয়ে বিজ্ঞিয়াই দিব লাগিছে। এখন বিতোপন পিতলৰ নিৰ্ম্মিত দুৰ্গা মূৰ্ত্তিৰ এক অংশ ডিব্রুগড়ত আৰু বাকী অংশ সুদূৰ তিন-

চুকীয়াত কুৱা খান্দোঁতে দৈবাৎ ওলোৱা কথাই কল্পনাকো চেৰ পেলাইছে। সেই দৰেই উত্তৰ লক্ষীমপুৰ মহকুমাৰ ঘিলামৰা অঞ্চলত হাল বাওঁতে খেতিয়কে পোৱা 'সধয়া পূৰীৰ' ৰজা লক্ষ্মীনাৰায়ণে ১৩২৩ শকত বিহুৰ দিনা বাসুদেৱৰ পুজাৰী ব্ৰাহ্মণক মাটি দান দিয়া তামৰ ফলিৰ উক্তি আচৰিত ৰূপে সমৰ্থন কৰা এচটা সেইজন ৰজাৰে নামাঙ্কিত ইটা সদিয়াৰ উত্তৰে ৰুক্মিণী নগৰ বোলা ঠাইৰ ভগা গড় এটাৰ ভগ্নস্তূপৰ মাজত দৈবাৎ পোৱা গল। এনেকৈয়ে কুমাৰ ভাস্কৰবৰ্ম্মাৰ নিধনপুৰ তামৰ ফলিৰ উক্তি পিচত নালন্দাৰ ভগ্নাৱশেষৰ মাজত তেওঁৰ এটা পোৰা মাটিৰ মোহৰে সমৰ্থন কৰা পোৱা গৈছে। যেনেকৈ কামৰূপ ৰাজ্যাধিপতি শালস্তম্ভ বংশীয় হৰ্জ্জৰ বৰ্ম্মা, বনমল-বৰ্ম্মা, আৰু তৃতীয় বল বৰ্ম্মণৰ দিনত, আৰু পালবংশীয় ৰত্নপাল ইন্দ্ৰ-পাল আৰু ধৰ্ম্মপাল ৰজাৰ দিনত দিয়া দানৰ প্ৰমাণপত্ৰ স্বৰূপে দিয়া তামৰ ফলিবোৰৰ অনেক খিনি আকস্মিক আবিষ্কাৰৰ দ্বাৰা ওলাই পৰিছে। সেইদৰেই সদিয়াৰ চুটীয়া বংশৰো তিনিখন তামৰ ফলি ( এখন পুখুৰীত মাছ মাৰোঁতে আৰু দুখন খেতিয়কে হাল-কোৰ মাৰোতে ) আচম্বিতে ওলাই সেই বংশৰ ক্ৰমান্বয়ে তিনিজন ৰজাৰ নামে সৈতে বংশাৱলীত আৰু ৰাজ্যৰ আয়তনত পোহৰ পেলাইছে। বিনা অধ্যৱসায়ে আৰু বিনা পৰিকল্পনাৰে যি ঠাইত ইমানবোৰ বুৰঞ্জীৰ বিৰল তথ্যমূলক প্ৰাচীন কীৰ্ত্তিচিন ওলাব পাৰে তাত সুপৰি-কল্পিত শৃঙ্খলাযুক্ত অধ্যবসায় প্ৰযুক্ত প্ৰচেষ্টা হলে কিমান পুৰাতত্ত্বৰ তথ্য আবিস্কৃত হব পাৰে তাক সুধী সকলে অনুমান কৰি চাওক।

ভূ-গৰ্ভত লুকাই থকা বস্তু মাত্ৰেই প্ৰাগৈতিহাসিক নহয়। মাটিৰ তলত পোৱা ওপৰত পিচৰফালে উনুকিওৱা সৰহখিনি বস্তুৱেই ঐতিহাসিক যুগৰ। ভাৰতৰ ঐতিহাসিক যুগ যদিও আজি কালিৰ ভাৰতবুৰঞ্জী সঙ্কলকাসকলে বৈদিক যুগৰ পৰাই ( কোনোৱে আকৌ তাৰো আগৰ পৰাই ) আৰম্ভ হোৱা বুলি ধৰিছে। সাধাৰণতে বৌদ্ধ যুগৰ পৰাহে তাৰ আৰম্ভ সচৰাচৰ ধৰা হৈছিল ; কিয়নো নিৰ্ভৰ-



যোগ্য বুৰঞ্জীমূলক সম্ভেদ তেতিয়াৰ পৰাহে পোৱা যায়। যি হওক, বৈদিক সাহিত্যত আৰু ব্ৰাহ্মণ আৰু সূত্ৰ সাহিত্যৰ পৰা আজিকালিৰ পণ্ডিতসকলে সঙ্কলন কৰা তথ্য পাতিৰ প্ৰচুৰতা দেখি বেদৰ দিনৰ পৰা ভাৰতীয় বুৰঞ্জীৰ সূত্ৰপাত হোৱা বুলি আধুনিক বুৰঞ্জীবিদ পণ্ডিতসকলে ভাৰতবুৰঞ্জী লিখিছে। অসমৰ বেলিকা বিশ্বাসযোগ্য তথ্য-পাতিৰ প্ৰাচুৰ্ভাবলৈ চাই খৃষ্টীয় চতুৰ্থ শতিকাৰপৰাহে আমাৰ ঐতিহাসিক যুগ আৰম্ভ হোৱা বুলিব পাৰি। তাৰ আগৰ ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু গৃহ্যসূত্ৰত যদিও কিছুমান ৰজাৰ উল্লেখ দেখা যায় আৰু লৌকিক জনপ্ৰবাদতো নৰক, বান আদি অসুৰ বংশী ভীষ্মক, জৰাসন্ধ আদি ক্ষত্ৰিয়বংশী ৰজা দুই এজনৰ নাম পোৱা যায়, সেইবিলাক কিংবদন্তিমূলক ( Legendary ) আৰু সন্দেহপূৰ্ণ। গতিকে ৪ৰ্থ শতাব্দীৰ সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভৰ প্ৰশস্তিত এজন কামৰূপ নৃপতিৰ উল্লেখৰ পৰা আৰু বৰ্ম্মাবংশৰ প্ৰতিষ্ঠাপক পুষ্যবৰ্ম্মাৰ শাসনকাল, ভাস্কৰবৰ্ম্মাৰ ডুবি আৰু নিধনপুৰৰ তামৰ ফলিত দিয়া বংশাৱলীৰ পৰা অনুমান কৰি চতুৰ্থ শতিকাৰ আৰম্ভৰে পৰা অসম বুৰঞ্জীৰ প্ৰাচীন যুগৰ আৰম্ভ ধৰা হৈছে। এই সময়ৰ পৰা নিৰ্ভৰযোগ্য লিপি আৰু বিদেশী পৰ্য্যটকৰ দ্বাৰা লিখিত বিৱৰণ বিৰল হলেও অ'ত ত'ত পোৱা বাবে বুৰঞ্জীৰ সঠিক উপাদানৰূপে গ্ৰহণ কৰা যায়। সেইদেখি প্ৰাগৈতিহাসিক হে নালাগে আমাৰ প্ৰাচীন ঐতিহাসিক যুগৰ বুৰঞ্জীত বহুত পৰিমাণে পুৰাতত্ত্বৰ আবিস্কাৰ আৰু গবেষণা কাৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰিছে। প্ৰাগৈতিহাসিক যুগত অসমৰ উন্নত কৃষ্টি উদ্যোগ আদিৰ সামান্য আভাস কৌটিল্যৰ অৰ্থশাস্ত্ৰত আৰু প্ৰাচীন গ্ৰীক্ সাহিত্য ( Classical Greek তো ওলাইছে কিন্তু সেই বুলি ধাৰাবাহিক বুৰঞ্জীৰ, বিশেষকৈ ৰাজনৈতিক ঘটনা পৰম্পৰাৰ বিৱৰণ নোপোৱা বাবে তাক বুৰঞ্জীৰ পৰ্য্যায়লৈ আনিব নোৱাৰি। খৃষ্টীয় ৪ ৰ্থ শতিকাৰপৰা শিলালিপি, বানভট্টৰ হৰ্ষচৰিতৰ নিচিনা সাহিত্যিক বৰ্ণনা, হিৱেনচাঙ্গ আদিৰ দৰে বিদেশী পৰ্যাটকৰ বিৱৰণ আৰু অনায়াসে

দৈবাৎ একাদিক্ৰমে ওলোৱা অন্যান্যত ১৬ খন তামৰ ফলিয়ে আৰু ৬ টা শিলালিপিয়ে তিনি কি চাৰিটা সাৰ্বভৌম ৰাজবংশৰ সময় ঠাৱৰাবপৰা তালিকাৰ যোগান ধৰাত তেতিয়াৰ পৰা অসমৰ প্ৰাচীন বুৰঞ্জী সংকলন যোগ্য হৈছে। কামাখ্যা পাহাৰৰ মহেন্দ্ৰবৰ্ম্মা ওৰফে সুৰেন্দ্ৰ বৰ্ম্মাৰ অনুমান ৫ শতিকাৰ শিলালিপিয়েই এতিয়ালৈকে অসমত পোৱা লিপি-বিলাকৰ ভিতৰত সৰ্ব্বপ্ৰাচীন। তাৰ পিচৰ পুৰাতত্ত্ব বিভাগৰ বিশেষ যত্ন নোহোৱাকৈ পোৱা ৫ ঠাইত শিলালিপি আৰু ১৬ খন তামৰ ফলিয়ে আৰু ১ খন পোৱামাটিৰ ফলিয়ে আমাক প্ৰাচীন যুগৰ বুৰঞ্জীৰ সন্তেদ দিছে। ইয়াৰ উপৰিও সেইযুগতে শেষ ছোৱাৰ অনেক লুপ্ত কীৰ্ত্তিৰ চিন মঠ-মন্দিৰ আৰু দুৰ্গ বা গড়ৰ অৱশেষ স্বৰূপে সদিয়াৰ ওচৰৰ ভীষ্মক আৰু ৰুক্মিণী নগৰ বোলা ঠাইৰ পৰা আৰম্ভ কৰি হিমালয়ৰ পাদদেশ জুৰি ভূটানৰ সীমাত জলফাইগুৰিৰ তোৱানৈৰ পাৰত ওলোৱা প্ৰাচীন দুৰ্গৰ ভগ্নাৱশেষলৈকে হাৰমতী ইটানগৰ, লকসাপৰ্ব্বত প্ৰতাপগড়, ভালুকপুং, বৈদ্যৰ গড়, ইত্যাদি অনেক ঠাইত সিচৰিতহৈ থকা দেখা যায়। ভূটানৰ সীমাত জলফাইগুৰিত ওলোৱা দুৰ্গ আৰু মন্দিৰৰ ভগ্নাৱশেষ পশ্চিম বঙ্গৰ পুৰাতত্ত্ববিভাগৰ যত্নত ১৯৬১ চনত জালদাপাৰা অভয়াৰণ্যৰ ওচৰত ডাঠ হাবিৰ মাজত আবিস্কৃত হয়। পুৰাতত্ত্ববিদ সকলে তাক কমেও ১০০০ বছৰ আগৰ বুলি অনুমান কৰিছে। (১৯৬১ চনৰ ৬ ডিচেম্বৰ তাৰিখৰ আসাম ট্ৰিবিউন)। সেই পুৰাতত্ত্ব বিভাগৰ যত্নতে ১৯৬০ চনত দাৰ্জ্জিলিং জিলাৰ কালিম্পোঙৰ ওচৰত ডামচং গাঢ়ী নামে এটা পুৰণি দুৰ্গ আবিস্কৃত হৈছে। সি ৬০০০ ফুট ওখ এটা পৰ্ব্বতৰ টিঙত অৱস্থিত। এই দুয়োটা পুৰণি কীৰ্ত্তিচিনে কামৰূপ ৰাজ্যৰ প্ৰাচীন গৌৰৱোজ্জ্বল যুগৰ বৰ্ম্মা কিম্বা পালবংশীয় সম্ৰাটসকলৰ কীৰ্ত্তি ঘোষণা কৰিছে। কিয়নো ভূতিবৰ্ম্মা, ভাস্কৰ বৰ্ম্মা, হৰ্ষবৰ্ম্মা, হৰ্জ্জৰবৰ্ম্মা বনমাল বৰ্ম্মন, ব্ৰহ্মপাল, ৰত্নপাল, ইন্দ্ৰপাল আৰু ধৰ্ম্মপালৰ দিনত ভূটান জলফাইগুৰি, কোচবিহাৰ, ৰংপুৰ, দিনাজপুৰ, দাৰ্জ্জিলিং জিলা আৰু ছিকিমকো সামৰি কৰতোয়ানৈলৈকে কামৰূপ সাম্ৰাজ্য বিস্তিত হৈছিল।





অসমৰ প্ৰাচীন যুগৰ এই গৌৰৱময় কাহিনীৰ বহুতখিনি বিস্মৃতিৰ গৰ্ভত এতিয়াও লুকাই আছে। তাৰ স্মৃতিচিনবিলাকৰ সৰহখিনি নৈসৰ্গিক বিপৰ্য্যয়, ৰাজনৈতিক উত্থান-পতন, সামাজিক বিপ্লৱ আৰু দীঘলীয়া কালাতীতৰ বাবে বিধ্বস্ত হৈ হেৰাই গৈছে। তথাপি দৈবাৎ অ'ত ত'ত ওলোৱা মঠ-মন্দিৰ বা দুৰ্গ-প্ৰাসাদৰ ভগ্নাৱশেষ, শিলালিপি, তামৰ ফলি, পোৱামাটিৰ ফলি আৰু মুদ্ৰা আদি আৰু প্ৰাচীন পুথি-পাজি দেখি তাৰ পৰাই ডাঃ হৰ্ন্‌লি, স্বৰ্গীয় কনকলাল বৰুৱা, মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ, আনন্দচন্দ্ৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, ডাঃ বুকানন হেমিল্টন, ডাঃ বাণীকান্ত কাকতী, কালীৰাম মেধি, শ্ৰীউমেশচন্দ্ৰ তালুকদাৰ, শ্ৰীসদানন্দ চলিহা, সৰ্ব্বেশ্বৰ কাকতী, ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা আদিয়ে আৰু বৰ্ত্তমান ডাঃ প্ৰতাপচন্দ্ৰ চৌধুৰী, তত্ত্বভূষণ ৰাজমোহন নাথ, শ্ৰীপ্ৰেমধৰ চৌধুৰী আদি প্ৰখ্যাত অসমীয়া প্ৰত্নতাত্ত্বিক পণ্ডিতসকলৰ অহোপুৰুষাৰ্থ আৰু গভীৰ গৱেষণাৰ ফলত বহুত হেৰোৱা তথ্য আবিস্কৃত হৈ সেই প্ৰাচীন যুগৰো বহি ৰেখামূলক ( Out line ) এটা ছবি জগতৰ আগত ডাঙি ধৰিব পৰা হৈছে।

য়ুৰোপীয় বুৰঞ্জীৰ দৰে ভাৰতীয় বুৰঞ্জীতো প্ৰাচীন যুগ আৰু বৰ্ত্তমান যুগৰ মধ্যবৰ্ত্তীযুগটোৰ এটা স্বকীয়া লক্ষণ আছে। সি প্ৰাচীন কলা-কৃষ্টি আৰু সাহিত্যত চহকী সাংস্কৃতিক ( classical ) যুগটোৰ বিপৰীতে সেইবিলাক বিষয়ত পিচপৰা এটা অন্ধবিশ্বাসৰ যুগৰ আবিৰ্ভাব সূচায়। ইয়াকে বুৰঞ্জীত মধ্যযুগ ( Middle Age or Medieval Age ) বা অন্ধ-যুগ ( Dark Age ) বোলে। ভাৰতীয় ঐতিহাসিক সকলে ভাৰতত মধ্যযুগৰ সঞ্চাৰ দশম শতাব্দীৰ শেষত ধৰিছে আৰু তাৰ স্থিতি ঘাইকৈ মুছলমান ৰাজত্বৰ অৱসান হোৱা অষ্টাদশ শতাব্দীৰ শেষত নিৰূপণ কৰিছে। অসমৰ বেলিকা সেই একে লক্ষণ প্ৰয়োগ কৰি প্ৰাচীন যুগৰ অৱসান পালবংশৰ ৰাজত্বৰ শেষত অৰ্থাৎ একাদশ শতিকাৰ অন্তত দ্বাদশ শতিকাৰ প্ৰাৰম্ভত স্থিৰ কৰা যায়। সেই

সময়ৰ পৰাই পুৰণি সংস্কৃত সাহিত্য চৰ্চ্চা আৰু স্থাপত্য, ভাস্কৰ্য্য আৰু আন কলা বিদ্যাৰ অনুশীলন লোপ পায় আৰু ধৰ্ম্ম চৰ্চ্চা বিষয়তো হিন্দু আৰু বৌদ্ধ ধৰ্ম্মৰ উন্নত দৰ্শন, গীতা, ভাগৱত, পুৰাণ, তন্ত্ৰ আদিৰ ঠাইত তন্ত্ৰ-মন্ত্ৰ ইন্দ্ৰজাল, নানা উপদেৱতাৰ পূজা-পাতল, বৌদ্ধ আৰু হিন্দু তান্ত্ৰিক আচাৰৰ সংমিশ্ৰণত কিছুমান অদ্ভুত অধোগামী ধৰ্ম্মমতৰ প্ৰাদুৰ্ভাৱত মধ্যযুগৰ য়ুৰোপৰ দৰে এটা অন্ধবিশ্বাসপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হৈছিল, ইয়াকে প্ৰকৃত অন্ধযুগ বোলা যায়। এয়ে মধ্যযুগৰ প্ৰাৰম্ভিক অৱস্থা। বঙ্গদেশৰ পাল ৰজাৰ সেনাপতি বৈদ্যদেৱৰ হাতত অসমৰ পালবংশী শেষ ৰজা জয়পাল বা জয়দেৱ পালৰ পৰাজয়ৰ পিচত পশ্চিম কামৰূপ বৈদ্যদেৱৰ দ্বাৰা অধিকৃত হোৱাত কামৰূপ সাম্ৰাজ্য ছিন্নভিন্ন হৈ তাৰ কেন্দ্ৰীয় ৰাজশক্তিৰ অভাৱত বেলেগ বেলেগ অংশত সৰু সৰু ৰাজ্য স্থাপিত হোৱাৰ ফলত দেশত কলা-কৃষ্টি, ধৰ্ম্ম, সাহিত্য সকলোৰে অৱনতি ঘটে। আমি সেই কাৰণে খৃষ্টীয় ১২ শ শতাব্দীৰ মাজ ভাগৰ পৰা পঞ্চদশ শতাব্দীৰ শেহলৈকে কোনো উল্লেখযোগ্য মঠ-মন্দিৰ, মূৰ্ত্তি, প্ৰতিমা, মুদ্ৰা, ফলি, গ্ৰন্থ ৰচনা আদি দেখিবলৈ নাপাওঁ, আন কি সেই কালৰ শাসনকৰ্ত্তা ৰজা-ৰাজোৱানসকলৰ নামৰ বিশ্বাসযোগ্য আৰু ধাৰাবাহিক তালিকাও পাবলৈ নাই। সদিয়াৰ ছুটীয়া বংশ মুংৰি মুংৰামৰ পৰা অহা টাইচান আহোম বংশ, লক্ষীমপুৰ আৰু নগাওঁৰ বাৰভূঞাৰ বংশ, পশ্চিম কামৰূপ কোঁচ বংশ, দক্ষিণ কামৰূপৰ জয়ন্তীয়া বংশৰ আৰু মাজ-কামৰূপৰ কছাৰী বংশৰ ৰজাসকলৰ উৎপত্তি ক্ৰমে কুবেৰ, ইন্দ্ৰ, সূৰ্য্য, শিৱ, জয়ন্তীয়া আৰু বৰনৈ কিম্বা ভীমৰ পৰা, বিখ্যাত দিগ্বিজয়ী বীৰ আৰিমত্তৰ জন্ম ব্ৰহ্মপুত্ৰ নদৰ ঔৰষত আৰু কমতাৰ খেন ৰাজবংশৰ প্ৰতিষ্ঠাতা কান্তেশ্বৰ ওৰফে নীলধ্বজৰো উত্থান তেনে অলৌকিক কাহিনীৰ কাল্পনিক কিংবদন্তিত প্ৰচলিত হৈছে। এনে অন্ধ বিশ্বাস আৰু কু-সংস্কাৰপূৰ্ণ যুগ আছিল সেইটো। সেইবিলাক অদ্ভুত জনপ্ৰবাদ মূলক কাহিনী লৈ বুৰঞ্জী প্ৰণয়নৰ চেষ্টা এটা বিড়ম্বনা মাথোন। গতিকেই



এই অন্ধ যুগৰ বুৰঞ্জীও পুনৰ্গঠন কৰিব লাগিলে আমি ম্বাইকৈ সেইকালৰ মুদ্ৰা, তামৰ, শিলৰ আৰু মাটিৰ ফলি, মঠ-মন্দিৰ, মূৰ্ত্তি-চিত্ৰ, সাহিত্য ( যেনে কালিকা পুৰাণ, হৰগৌৰী সংবাদ, যোগিনী তন্ত্ৰ, হস্ত্যায়ুৰ্ব্বেদ, কামাখ্যা তন্ত্ৰ, কৌলজ্ঞান নিৰ্ণয়, মঞ্জুশ্ৰীমূলকল্প ) ইত্যাদি, বিদেশী আক্ৰমণৰ বৃত্তান্ত ( যেনে চুকাফাৰ অসম আক্ৰমণ তবাক-ই-নাছিৰিত থকা বখ্‌টিয়াৰ খিলিজিৰ, গিয়াছুদ্দিন বখতিয়াৰৰ আৰু উজবেক তুঘ্ৰিলখাঁৰ অসম আক্ৰমণৰ বিৱৰণ ইত্যাদিৰ ) ওপৰত নিৰ্ভৰ কৰিব লাগে। এই যুগৰ বুৰঞ্জী এতিয়াও অধিকাংশ অন্ধকাৰাচ্ছন্ন। নিয়াৰি আৰু অধ্যৱসায়শীল গৱেষণাৰ অভাৱত তাৰ বহুত তথ্য এতিয়া ৰহস্যাবৃত হৈ আছে। সেই ছোৱা কালতে হিন্দু আৰু মহাযান বৌদ্ধ ধৰ্ম্মৰ ভিতৰত এটা অপূৰ্ব্ব সমন্বয় প্ৰচেষ্টাৰ ফলত তন্ত্ৰ বা আগম শাস্ত্ৰ-সমূহৰ উৎপত্তি আৰু সেই বিলাকৰ আলোচনা-বিলোচনাৰ পৰা উদ্ভৱ হোৱা বজ্ৰযান, মন্ত্ৰযান, সহজ জাল, ইন্দ্ৰযান বিদ্যা আৰু নাথ-পন্থৰ উদ্ভৱ আৰু তাৰ প্ৰচাৰ বৰ্ত্তমান নেফা অঞ্চল আৰু ভূটান পাৰ হৈ নেপাল আৰু তিব্বতত বিশদৰূপে বিস্তাৰিত হৈছিল গৈ। সেই সময়ত এতিয়াৰ নেফা আৰু ভূটান যে কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল তাৰ প্ৰমাণ কালিকা পুৰাণ, যোগিনী তন্ত্ৰত কোচৰাজবংশাৱলীত স্পষ্টকৈ সন্নিবিষ্ট আছে। কিন্তু এনেবিলাক ৰহস্য-পূৰ্ণ ধৰ্ম্ম-বিপৰ্য্যয় সমাজ বিপ্লৱ, আৰু ধৰ্ম্ম আৰু সংস্কৃতি বিস্তাৰৰ আৰু তাৰ কাৰণে দেশ-বিদেশৰ লগত সংযোগ স্থাপনৰ বিৱৰণ আজিও আমাৰ পক্ষে অজ্ঞাত আন্ধাৰ গুহাত আৱদ্ধ হৈ আছে তাৰ ৰুদ্ধ-দ্বাৰ উদ্‌ঘাটনৰ ভাৰ আমাৰ তৰুণ কৃতবিদ্য বুৰঞ্জীসেবীসকলৰ গাত।

অসমবুৰঞ্জীৰ মধ্যযুগৰ কৃষ্ণপক্ষস্বৰূপ এই অন্ধকাৰ অংশটো প্ৰায় ১৫০০ খৃষ্টাব্দলৈকে হে ব্যাপি আছিল। ১৫০০ খৃষ্টাব্দ ওচৰ চপাৰ লগে লগে অসমৰ ৰাজনৈতিক, ধৰ্ম্মনৈতিক, সামাজিক আৰু সাংস্কৃতিক পৰিস্থিতিত এটা অভিনৱ পৰিবৰ্ত্তনে দেখা দিলে। ১৪৯৮ চনত কমতাৰ যাজক-শ্ৰেণী-শাসিত, দুৰ্ব্বল, ৰক্ষণশীল ৰাজক্ষমতাৰ পতনৰ লগে লগে

নামনি কামৰূপৰ শাসন ভাৰ অস্থায়ী ভাবে বঙ্গৰ মুছলমান নবাবৰ হাতলৈ গৈছিল যদিও তাত অচিৰে নতুনকৈ উঠি অহা এটা থলুৱা তেজী, উদ্যোগী আৰু বলিষ্ঠ জনজাতীয় ৰাজবংশই শাসন ভাৰ হাততলৈ ১৬শ শতিকাৰ আগভাগৰ পৰাই এখন সুস্থ, সবল আৰু কৰ্ম্মক্ষম ৰাজ্যৰ প্ৰতিষ্ঠা কৰি লাহে লাহে ওচৰৰ সৰুসুৰা বহুত ৰাজ্য বশ কৰি আহল বহল উন্নতিশীল কোঁচ ৰাজ্যৰ ভেটি স্থাপন কৰিলে। ইফালে উজনি অসমত ক্ৰমাৎ বাঢ়ি আহিব ধৰা আহোম ৰাজশক্তিৰ ৰাজ-দণ্ড ১৪৯৭ চনত প্ৰবল প্ৰতাপী দিগ্বিজয়ী বীৰ স্বৰ্গদেও চুহুংমুং বা স্বৰ্গনাৰায়ণৰ হাতত অৰ্পিত হয়। এওঁ নিজৰ সুদক্ষ শাসন, আৰু প্ৰচণ্ড প্ৰতাপ আৰু নিপুণ যোদ্ধা মন্ত্ৰী সেনাপতি-সকলৰ কৃতীত্বৰ গুণত বৰ্ত্তমান শিৱসাগৰ মহকুমাতে তেতিয়ালৈকে আবদ্ধ থকা আহোম ৰাজ্য ছুটীয়া, হাবুং, ভূঞা নগা আৰু কছাৰী ৰাজ্য অধিকাৰ কৰি আৰু আনকি মুছলমান নবাবৰ সেনাপতি তুৰ্ব্বককো ৰণত পেলাই মুছলমানৰ অধিকৃত নামনি অসম দখল কৰি বহলাই বৃহত্তৰ অসম ৰাজ্য গঠন কৰে। এইদৰে ৰাজনৈতিক ক্ষেত্ৰত প্ৰাচীন কামৰূপ ৰাজ্যৰ পূব আৰু পশ্চিম দুই ভাগতে দুটা শক্তিশালী অসমীয়া ৰাজশক্তিৰ উত্থানত এটা বিৰাট অসমীয়া জাতি সংগঠনৰ আধাৰশিলা স্থাপিত হয়। এই দুইটা ৰাজ ক্ষমতাৰ অক্লান্ত চেষ্টাত অসমে সভ্যতা, সংস্কৃতি, ভাষা, সাহিত্য, কলাবিদ্যা, উদ্যোগ সকলো বিষয়তে উত্তৰোত্তৰ উন্নতি সাধিবলৈ সক্ষম হয়। আৰু সেই সৰ্ব্বভাৰতীয় যুগ পৰিবৰ্ত্তনকাৰী নব-জাগৰণৰ প্ৰভাৱত এনে অনুকূল ৰাজনৈতিক পৰিপ্ৰেক্ষিতাত অসমতো তাৰ জোৱাৰ লাগি যুগাৱতাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আদি মহাপুৰুষৰ আবিৰ্ভাব ঘটি দেশত এটা নতুন অভিনব চেতনা আনি দিলে। বুৰঞ্জীৰ ভাষাৰে কব লাগিলে সকলো পিনে এটা নতুন আলোক, নতুন জাগৰণৰ যুগ আহিল, সাহিত্য, সমাজ, কৃষ্টিকলা সকলোৰে নতুন পত্ৰপল্লৱেৰে সুশোভিত হৈ এক নতুন উদ্দীপনালৈ এক নতুন জীৱনৰ "নব-জাগৰণেৰে" অনুপ্ৰাণিত



হল। এফালে যেনেকৈ পুৰণি ভগ্ন-জীৰ্ণ মঠ-মন্দিৰৰ ঠাইত কামাখ্যা, হাজো, দেৰগাওঁ আৰু বিশ্বনাথ, উমানন্দ আদি ঠাইত নতুন মঠ-মন্দিৰ নিৰ্ম্মিত হল আৰু গড়গাওঁ আৰু ৰংপুৰ কাৰেংঘৰ, তলাতলিঘৰ, ৰংঘৰ, জয়সাগৰ, জয়দৌল শিৱসাগৰ-শিৱদৌলকে আদি কৰি নানা স্থাপত্য বিদ্যাৰ উচ্চনিদৰ্শনে দেশৰ চহৰ আৰু তীৰ্থস্থান সমূহ সুশোভিত কৰিবলৈ ধৰিলে, সেইদৰেই সাহিত্য ক্ষেত্ৰতো নববৈষ্ণৱ যুগৰ কবি আৰু পণ্ডিতসকলৰ অলেখ আপুৰুগীয়া (অসমীয়া আৰু দুই এখন সংস্কৃতো) গ্ৰন্থও ৰচিত হৈ আমাৰ সাহিত্য আশাতীতৰূপে চহকী কৰিলে। পুৰণি অসমীয়া সাহিত্যৰ কীৰ্ত্তিস্তম্ভ কীৰ্ত্তন, দশম, নামঘোষা, মহাভাৰত, ৰামায়ণ, ৰত্নাৱলী, কথাগীতা, লীলাৱতী, ৰত্নমালা ব্যাকৰণ আদি ৰচনা এই নৱজাগৰণৰ বিতোপন অৱদান। এই জাগৰণে যি এটা অপূৰ্ব্ব উদ্দীপনা সমাজ সাহিত্য আৰু সংস্কৃতি ক্ষেত্ৰত আনি দিলে সি অসমীয়া জাতিক প্ৰায় তিনিশ বছৰলৈ সঞ্জীবিত কৰি ৰাখিলে। তাৰ পিচত সেই সঞ্জীবনী শক্তি ক্ষীণ হৈ গলত দেশৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত কেৰোণ লাগি আত্মকলহ আৰু বিভেদ সৃষ্টিৰ ফলত মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণ আহি অসমৰ স্বাধীনতা লোপ কৰিলে। মধ্যযুগৰ এই নৱজাগৰণ যুগটোৰ সাহিত্য চৰ্চ্চাৰ লগে লগে অসমৰ বুৰঞ্জীৰ আলোচনাও যথেষ্ট আগ বাঢ়িছিল। আহোমসকলৰ স্বকীয়া বৈশিষ্ট্য বুৰঞ্জী ৰখা প্ৰথা অসমীয়া সাহিত্য আৰু সংস্কৃতিত এটা আপুৰুগীয়া অৱদান। প্ৰথমতে কেৱল ৰজাসকলৰ বংশ নিৰ্ণয়, ডা-ডাঙৰীয়াৰ পদ কৃষ্টি, ৰণ-বিগ্ৰহ আদি ৰজাঘৰীয়া কথাহে বিশেষকৈ সন্নিবিষ্ট হৈছিল আৰু সিও কেৱল আহোম ভাষাৰে লিখিত হৈছিল যদিও এই নৱজাগৰণৰ দিনৰ পৰা বুৰঞ্জী আহোম ভাষাৰ দৰেই সৰ্ব্বসাধাৰণৰ মাতৃভাষা অসমীয়াৰেও লিখিবলৈ আৰম্ভ কৰা হল। বোধহয় তাৰে আৰ্হিৰ প্ৰভাৱত সত্ৰীয়া বুৰঞ্জী আৰু চৰিত পুথি লিখা প্ৰথাও আমাৰ দেশৰ সাহিত্যত সোমাল। গতিকেই আমাৰ দেশৰ এই

নৱজাগৰণৰ যুগৰ বুৰঞ্জীৰ সমল যথেষ্ট পৰিমাণে পোৱা গৈছে আৰু তাক চাৰ এডোৱাৰ্ড গেইটৰ প্ৰাৰম্ভিক কাৰ্য্যৰ পিচত আমাৰ সেই যুগৰ বুৰঞ্জীবিদসকলৰ অগ্ৰগামী ডাঃ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীবেণুধৰ শৰ্ম্মা, ডাঃ হেৰম্বপ্ৰসাদ বৰপূজাৰী, ডাঃ সুধীন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ডাঃ ভূপেন্দ্ৰ নাৰায়ণ চৌধুৰী, ডাঃ প্ৰভাত চন্দ্ৰ গোস্বামী, ডাঃ মহেশ্বৰ নেওগ, ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, তত্বভূষণ শ্ৰীৰাজমোহন নাথ, শ্ৰীসৰ্ব্বানন্দ গোহাঁই ৰাজকুমাৰ, শ্ৰীকেশৱ নাৰায়ণ দত্তয়ে বহলাই বিস্তৃত কৰিছে। মধ্য যুগৰ শুক্ল পক্ষৰ এই জোনাক পৰা কালছোৱাৰ যথেষ্ট সমল আহৰণ কৰি এই সকল সূক্ষ্মদৃষ্টিসম্পন্ন গবেষকে তাৰ প্ৰায় সম্পূৰ্ণ বুৰঞ্জী সঙ্কলন কৰি উলিয়াই দেশবাসীৰ কৃতজ্ঞতা অৰ্জ্জন কৰিছে। ইয়াত তাৰ বিতং আলোচনা অনাৱশ্যক আৰু আমনি লগা হব দেখি পুনৰাবৃত্তিৰ পৰা বিৰত থাকিলোঁ। মাথোন সেইটো যুগৰ অসমীয়া জাতীয় সংহতি নিৰ্ম্মাতা শ্ৰীমন্ত শঙ্কৰদেৱ, স্বৰ্গদেৱ স্বৰ্গনাৰায়ণ আৰু মহাৰাজ বিশ্বসিংহৰ লগত পৰৱৰ্ত্তী প্ৰতিভাশালী আৰু জাতীয় ঐক্য সাধক মহাৰাজ নৰনাৰায়ণ, স্বৰ্গদেৱ প্ৰতাপসিংহ আৰু স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ নাম উল্লেখ নকৰিলে নৱজাগৰণৰ বুৰঞ্জী অসম্পূৰ্ণ হৈ ৰব দেখি তেখেতসকলৰ উজ্জল আৰু মহিমামণ্ডিত ৰাজত্ববো ইয়াত উল্লেখ কৰি থলোঁ।

মধ্যযুগৰ নৱজাগৰণে উজ্জলাই যোৱা আঢ়ৈশ বছৰৰ (১৫০০-১৭৫০ চনলৈ) অন্তত অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত সুখ-সম্ভোগৰ পিচৰ অৱসাদ জনিত এটা ভীষণ দুৰ্য্যোগৰ সূত্ৰপাত হ'ল। সামন্তশাসন পদ্ধতি ধৰ্ম্মান্ধতাৰ অন্তৰ্নিহিত দুৰ্ব্বলতাৰ ফলত উদ্ভৱ হোৱা আত্মকলহ আৰু ৰজাৰ প্ৰতি প্ৰজাৰ মাজত বিদ্বেষৰ সৃষ্টি হৈ দেশত অশান্তি আৰু বিদ্ৰোহে দেখা দিলে। গৃহকন্দল আৰু দেশদ্ৰোহিতাৰ মাজত মোৱামৰীয়া বিদ্ৰোহৰ দাৰুণ অনলৰ শিখা নিৰ্ব্বাপিত কৰিবলৈ নৌপাওঁতেই ক্ষমতালোভী বদনচন্দ্ৰ বৰফুকনে মাতি অনা বিদেশী শত্ৰু মানৰ আক্ৰমণত অসমৰ চিৰদিনীয়া স্বাধীনতা-সূৰ্য্য মাৰ গ'ল। সেই কলঙ্কায়িত যুগত মানৰ হাতত অসমৰ প্ৰজাৰ



ওপৰত ঘটা অমানুষিক অত্যাচাৰৰ মৰ্ম্মন্তুদ কাহিনী বুৰঞ্জীৰ পাতত আৰু জনপ্ৰবাদ, লোকগীতি, কাব্য, নাটক আৰু উপন্যাসৰ আকাৰত আজিও হিয়া বিদৰা কৰুণ বিননি স্বৰূপে প্ৰতিধ্বনিত হব লাগিছে। এনে এটা দুৰ্ব্বিসহ লাঞ্ছনা আৰু দুৰ্দ্দশাৰ মাজত আমাৰ ঐতিহাসিক মধ্যযুগৰ অৱসান ঘটিল ; আৰু আমি বিদেশী ইংৰাজৰ কবলত পৰি পৰাধীনতাৰ শিকলি পিন্ধি আধুনিক যুগৰ দুৱাৰ দলিত থিয় দিলোঁ। এই অমঙ্গলীয়া সন্ধিক্ষণৰ বিলাই-বিপত্তিৰ বুৰঞ্জী বিগত পুৰুষৰ বুৰঞ্জী লিখক বিশ্বেশ্বৰ বৈদ্যাধিপ, দুতিৰাম হাজৰিকা, মণিৰাম দেৱান ; কাশীনাথ তামুলিফুকন, হৰকান্ত বৰুৱা সদৰামিন, হলিৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, পদ্মনাথ গোহাঁই বৰুৱা, ডাঃ বেড, চাৰ এড্ওৱাৰ্ড গেইট্ আদিয়ে লিখি থৈ যোৱাৰ উপৰি বৰ্ত্তমান কালৰ ডাঃ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীবেণুধৰ শৰ্ম্মা, শ্ৰীসৰ্ব্বানন্দ গোহাঁই ৰাজকুমাৰ, শ্ৰীৰাজমোহন নাথ তত্বভূষণ, শ্ৰীনকুলচন্দ্ৰ ভূঞা, শ্ৰীলীলা গগৈ, ৺ভ্ৰমৰ শইকীয়া, শ্ৰীপূৰ্ণকান্ত বুঢ়া গোহাঁই, ডাঃ নগেন্দ্ৰনাথ আচাৰ্য্য, ডাঃ হেৰম্বকান্ত বৰপূজাৰী, ডাঃ ভূপেন্দ্ৰ নাৰায়ণ চৌধুৰী, ডাঃ মহেশ্বৰ নেওগ, ডাঃ পদ্মেশ্বৰ গগৈ, শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ, শ্ৰীবেণুধৰ কলিতা, আদি অনেক কৃতবিদ্যলোকে গবেষণামূলক মূল্যবান পুথি লিখি আলোকিত কৰিছে। তেখেতসকল সেইবাবে সদৌ দেশবাসীৰ কৃতজ্ঞতা ভাজন।

অসমৰ প্ৰাগৈতিহাসিক, প্ৰাচীন, মধ্য আৰু আধুনিক, কেউটা যুগৰ বুৰঞ্জী সংক্ৰান্ত তথ্য আৰু সমলৰ অনুসন্ধান আৰু গবেষণা-মূলক কাৰ্য্যত উল্লিখিত ব্যক্তিসকলৰ উপৰি আনুষ্ঠানিক হিচাপে কামৰূপ অনুসন্ধান সমিতি, বুৰঞ্জীমূলক আৰু প্ৰত্নতত্বচৰ্চ্চা বিভাগ, ৰাজ্যিক পুৰাতত্ব আৰু নৃতত্ব বিভাগদ্বয়, অসম সাহিত্য সভা, অসম ৰাজ্যিক সংগ্ৰহালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে আত্মনিয়োগ কৰি থকা বাবে ৰাইজৰ অশেষ শলাগৰ পাত্ৰ হৈছে।

পৰাধীনতাৰ দুৰ্ব্বহ গ্লানি আৰু অপমান সহিব নোৱাৰি দুবছৰ যাওঁতে নৌ যাওঁতেই, হেৰোৱা স্বাধীনতা উদ্ধাৰৰ কাৰণে দেশবাসীৰ

মাজত চাঞ্চল্যই দেখা দিলে। বিদেশী ইংৰাজ শাসকক খেদিবৰ কাৰণে প্ৰথমে অপৈণত আয়োজন আৰু অকিঞ্চিৎ জনবলেৰেই মৰ-সাহেৰে ইংৰাজৰ খাৰ-ঘৰত জুই দি বিদ্ৰোহৰ সূচনা কৰি গমধৰ কোঁৱৰ, জীউৰাম ঢুলীয়া বৰুৱা আৰু পিয়লী ফুকনে দীঘলীয়া কাৰাদণ্ড বা প্ৰাণদণ্ড বৰণ কৰিছিল। অসমৰ ৰজাৰ নায্য অধিকাৰ স্বীকাৰপূৰ্ব্বক অসমৰ স্বাধীনতা আৰু নিৰাপত্তা ৰক্ষাত সহায় দিবলৈ আহি ইংৰাজে অসমৰপৰা মান খেদাৰ পিচত গোজেই গছ হৈ বিশ্বাস ঘাতকতাপূৰ্ব্বক শাসনদণ্ড হস্তগত কৰি তাক এৰিব নোখোজা হোৱা দেখি স্বদেশপ্ৰেমী সৎসাহসী নেতা মণিৰাম দেৱানে আবেদন নিবেদনৰূপ শান্তিপূৰ্ণ উপায়েৰে সাম্ৰাজ্য-লোলুপ ইংৰাজৰ কবলৰপৰা অসম উদ্ধাৰৰ চেষ্টাত বিফল মনোৰথ হৈ সশস্ত্ৰ উপায়েৰে ইংৰাজক দেশৰপৰা খেদাবৰ কাৰণে সেই কালত হোৱা ভাৰত ব্যাপী বিৰাট আন্দোলন বিখ্যাত "চিপাহী বিদ্ৰোহত" যোগ দিয়াৰ অভিযোগত, সহকৰ্ম্মী পিয়লী বৰুৱাৰ লগত ফাঁচী কাঠত প্ৰাণ দি স্বহীদ হৈ অমৰত্ব লাভ কৰিলে।

যদিও বৃটিছ শাসন আমাৰ পক্ষে এটা ডাঙৰ জাতীয় কলঙ্ক আৰু শোষণকাৰী যন্ত্ৰ আছিল, তাৰ অধীনত অসমত শান্তিৰ প্ৰতিষ্ঠা হল; আমাৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ ঘূণে ধৰা আৰু কলুষিতখিনি ৰীতি-নীতিয়ে আৰু সামন্ত-শাসন প্ৰথাই ৰাইজৰ জাতীয় জীৱন যি দৰে শোষিত, নিস্তেজ আৰু ৰুগ্ন কৰি পেলাইছিল তাৰপৰা সি আমাক বহুতখিনি উদ্ধাৰ কৰিলে; আৰু ইংৰাজী শিক্ষা বিস্তাৰ কৰি পশ্চিমীয়া সভ্যতাৰ বহল দৃষ্টি-ভঙ্গী, ব্যক্তিগত স্বাধীনতা, সমান স্বত্ব আৰু স্বাধীন চিন্তাৰ উদাৰ আদৰ্শ সৰ্ব্বসাধাৰণৰ আগত দাঙি ধৰিলে। ইয়াৰপৰা আমাৰ জাতীয় বুৰঞ্জীৰ নিগূঢ় অন্তৰ্নিহিত লক্ষ্য বিচিত্ৰতাৰ মাজত সমন্বয় আহি জাতীয় ঐক্য বা সংহতি সাধন হোৱাৰ এটা অপূৰ্ব্ব সুযোগ মিলিল। ইংৰাজী শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ আদৰ্শ ব্যতিৰেকে যি জাতীয়তাবোধ ঘণীভূত হৈ বিস্তাৰিত হবলৈ হয়তো অনেক দিন লাগিলহেঁতেন সি অতি সোনকালে দেশবাসীৰ মাজত গভীৰতা আৰু বিস্তৃতি লাভ কৰিলে। বঙ্গদেশত ৰাজা ৰামমোহন ৰায় আৰু স্বামী বিবেকানন্দ আদি মনীষিসকলৰ অনুৱৰ্ত্তী হলেও আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, পূৰ্ণানন্দ ডেকাবৰুৱা আনন্দৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁই বৰুৱা, হেমচন্দ্ৰ গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য্য, ৰজনীকান্ত বৰদলৈ, প্ৰতাচন্দ্ৰ গোস্বামী, ভোলানাথ দাস, ৰত্নেশ্বৰ মহন্ত, শৰৎচন্দ্ৰ গোস্বামী আদিৰ লিখনীয়ে দেশত এটা নতুন জাতীয় প্ৰেমৰ ধল আনিলে। তাৰ পলস পৰি জাতীয়তাৰ ক্ষেত্ৰ আশানুৰূপে উৰ্ব্বৰ হৈ উঠাৰ পিচত জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীজীৰ অসহযোগ আন্দোলনৰ বীজ সেই উৰ্ব্বৰ ক্ষেত্ৰত আশাতীত ৰূপে গজি অতি সোনকালে লহপহকৈ বাঢ়ি অসম ছাটি পেলালে। তাক দেখি বিদেশী শাসক আমোলাতন্ত্ৰ স্তম্ভিত আৰু বিচুৰ্ত্তি হৈ কঠোৰ নিষ্পেষণ নীতিৰে আন্দোলন দমাবলৈ যত্ন কৰিলে। কিন্তু অসমবাসীৰ অসীম উদ্দীপনা আৰু বজ্ৰ-সদৃশ সঙ্কল্পৰ তীব্ৰতাৰ আগত সেই নৃশংস উৎপীড়ন আৰু অত্যাচাৰে কাম নিদিলে; হাজাৰ হাজাৰ লোক অকুতোভয়ে মুক্তি-যুদ্ধৰ নিৰূপিত কাৰ্য্যাৱলী অনুসৰণত আগবাঢ়ি গৈ অশেষ লাঞ্ছনা আৰু উৎপীড়ন ভুগিলে। দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, স্বদেশপ্ৰিয় কুলধৰ চলিহা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামী প্ৰমুখ্যে নেতাসকলে অকাতৰে সুদীৰ্ঘ আৰু অনিৰ্দ্দিষ্ট ম্যাদৰ কাৰাবৰণ কৰিলে; কুশল কোঁৱৰে ফাঁচি কাঠত, কনক লতা, ভোগেশ্বৰী ফুকননী বলোৰাম সুত, ঠগীৰাম সুত আৰু মুকুন্দ কাকতিয়ে পুলিচৰ গুলিত আৰু কমলা মিৰিয়ে বেমাৰী অৱস্থাত জেলত প্ৰাণ বিসৰ্জ্জন দিলে। এটা বিপুল অনুপ্ৰেৰণা বিশাল জন-জাগৰণ আৰু অদম্য স্বাধীনতাকাঙ্ক্ষাৰ আগত সূৰ্য্যাস্ত নেদেখা বৃটিছ সাম্ৰাজ্যৰ অপৰিমেয় ধন, অসীম অস্ত্ৰসম্ভাৰ আৰু নিপুণ কুটনীতিয়ে পৰাজয় মানিলে। অহিংস নিৰস্ত্ৰ সত্যাগ্ৰহী ভাৰতীয় আন্দোলনকাৰীৰ হাতত জয়মাল্যৰে সৈতে ভাৰতৰ চিৰাকাঙ্ক্ষিত স্বাধীনতা-নিধি ভাৰতৰ হাতত অৰ্পণ কৰি বৃটিছে দিল্লীৰ সিংহাসন এৰি থৈ

গল। অসম বুৰঞ্জীৰ এই গৰিমামণ্ডিত অত্যুজ্জল পৰ্ব্বৰ কাহিনী আমাৰ সুসাহিত্যিক বুৰঞ্জীলিখক শ্ৰীবেণুধৰ শৰ্ম্মা দেৱৰ সৰ্ব্বজন সমাদৃত কংগ্ৰেছৰ 'কাচিয়লি বদত', শ্ৰীঅমিয়কুমাৰ দাসৰ "অসহযোগ আন্দোলনৰ স্মৃতি" আৰু অন্যান্য শ্ৰীসূৰ্য্য খনিকৰ, শ্ৰীধৰ্ম্মেশ্বৰ কটকী, শ্ৰীটুনীৰাম হাজৰিকা প্ৰভৃতি লিখকৰ কিতাপত আংশিক ভাবে সুন্দৰকৈ বিবৃত হৈছে। তাৰ সম্পূৰ্ণ বুৰঞ্জী বহল ভাবে লিখি প্ৰকাশ কৰাৰ ভাৰ বুৰঞ্জীবিদ্ ডাঃ কেশৱনাৰায়ণ দত্ত দেৱৰ সুদক্ষ হাতত ন্যস্ত হোৱাত আশাৰে সৈতে আমি তাৰ প্ৰকাশলৈ প্ৰতীক্ষা কৰি আছোঁ।

এই উদাৰ শিক্ষা, কৃষ্টি, সভ্যতাৰ আধুনিক যুগৰ অনুকূল পৰিস্থিতিত বিশেষকৈ স্বাধীনতাৰ ৰ'দ-কাঁচলিত আহক আমি সকলোৱে আমাৰ অতীত আৰু বৰ্ত্তমান বুৰঞ্জীৰ সাৰ-মৰ্ম্ম স্বৰূপ বিভিন্ন-বিচিত্ৰতাৰ মাজত অন্তৰ্নিহিত ঐক্য আৰু সমন্বয়ৰ মূল সূত্ৰ বিচাৰি লৈ জাতীয় সংহতি স্থাপন কৰি এটা একেআগী, একেকথি, অবিচ্ছেদ্য, বিৰাট অসমীয়া জাতি গঠন কৰোহঁক আৰু সেই সুস্থ, বলিষ্ঠ, কৰ্ম্মঠ, সমৃদ্ধ, স্বদেশ-প্ৰাণ আৰু উন্নতিশীল জাতিৰ মাতৃ স্বৰূপ অসম জননীয়ে চিৰকাল স্বাধীন ভাৰতৰ সোণালী সুকোমল অঙ্ক অলঙ্কৃত কৰি থকা চাই জগতৰ চকু জুৰাওক।

সুধীবৃন্দ আৰু বুৰঞ্জী-সেৱক বন্ধুসকল, মোৰ এই নিতান্ত অশুৱলা আৰু আমনি লগোৱা কথা থিনি অনুগ্ৰহপূৰ্ব্বক আপোনাসকলে ধৈৰ্য্যেৰে ইমান পৰ শুনা বাবে ক্ষমা প্ৰাৰ্থনা কৰি ইমানতে আপোনাসকলৰ অশেষ শলাগ লৈ, ১৯৫০ চনৰ গণ-ৰাজ্য দিবসতে সমদলত গোৱা মোৰ "অভিষেক" নামৰ এটা কবিতাৰ পৰা শেহৰ দুশাৰী শুনাই মেলানি লওঁ ঃ—

পৰ্ব্বত ভৈয়াম মিলাই লওঁ, তিৰঙ্গ পতাকা তুলি
বৰ্ণাবৰ্ণ মিলি যাওঁ জয় গান্ধী "জয়হিন্দ" বুলি।

জয়হিন্দ।

## কবি সন্মিলনৰ সভাপতিৰ অভিভাষণৰ অংশবিশেষ

কবিতা কুঁৱৰীৰ কাৰেং মহিমাময়ী গৰিমাময়ী। এই কাৰেঙত অসমীয়া কবিতা কুঁৱৰী সোণৰ পালেঙত নিমাতী কইনাৰ দৰে শুই আছে। সোণৰ কাঠি লৈ কোন প্ৰতিভাবান কোঁৱৰে বা শিল্পীয়ে এই নিমাতীকইনাক জগাই তুলিব? এই কবিতাকুঁৱৰী কোন যুগৰ পৰা শুই আছে তাৰ থিৰাং নাই। এই কাৰেঙৰ বেৰত নানা হেঙুল হাইতালেৰে বোলোৱা পাতত অলেখলেখ কবিতা উজলি আছে। পোন প্ৰথমে দেখিবা বিহুগীত ঃ—

(১)

এঙনি জেঙনি দেখিবলৈ শুৱনী
কাকিণী তামোলৰ থোক
মুখৰ মিচিকনি দাঁতৰ জিলিকনি
কেনেকৈ পাহৰো তোক?

(২)

চমকত চাবলৈ নহওঁ মই বিজুলী
নহওঁ মই বোৱতী নৈ
চৰায়ো নহলো উৰি গলোঁহেঁতেন
দুকাষে দুপাখি লৈ।

সঁচাকৈ এই বিহুগীতত উৰিবলৈ চৰাইৰ পাখী যেনেকৈ বিচাৰিছিল, আমিও আজি অসমৰ কবি ফুলনিত সুন্দৰ পাৰিজাত ফুল থাপিবলৈ ইন্দ্ৰৰ নন্দন কাননত উৰি পৰিবলৈ উৰা পাখী লাগে। মালিনীৰ ইন্দ্ৰই

ফুলনিত উৰি পৰা মণিকোঁৱৰ বা ফুলকোৱঁৰৰ কাঠৰ ঘোৰা লাগে। এই বিহুগীতবোৰ কোনে কেতিয়া ৰচিছিল তাৰ থিৰাং নহলেও এইটো সঠিক যে ইয়াৰ কিছুমান ৰচনা বহুযুগৰ আগতে মুখতে ৰচা। সময়ৰ লগে লগে এইবোৰে বৰণ সলাব পাৰে, নাইবা বহুতো যোগ-বিয়োগ হব পাৰে। কিন্তু এইটো সঠিক, মানুহে নাঙঠ অৱস্থাত থকাৰে পৰা এনে গীতৰ সৃষ্টি। ইয়াত উলাহ পাইছে যৌন সন্মিলনৰ আবেগ। মানুহৰ প্ৰকৃতি অন্তৰত লুকাই থকা হেঁপাহ, আবেগ, ইচ্ছা কিবা নহয় কিবা প্ৰকাৰে প্ৰকাশ কৰিবলৈ। সেই প্ৰকাশৰ ইচ্ছাই যৌন মিলনৰ আশাত নানাভাবে ভাব তৰঙ্গত উতলি কবিতা আকাৰত উদয় হৈ ব্যক্ত হৈছিল। অৱশ্যে এই বিহুগীতবোৰ লিখা অৱস্থাত অলপ আগতেহে আহিছে। অতযুগ ই মুখে মুখে চলি আছিল।

ভাৰতৰ আন ঠাইত এনে বিহুগীতৰ প্ৰচলন নাই। ই পশ্চিমৰ পৰা অহা নাই। ইয়াৰ গুৰি পূৰ্বতহে আৰু বহু অতীজতে ইয়াৰ শিপা পূৰতহে বজাইছিল। এই বিহুগীতবোৰ খৃঃ পূঃ বহু শতাব্দীৰ আগৰ, বৈদিক আৰ্য্যসকলৰ সূৰ্য্য পূজা বা অগ্নিপূজাৰ লগত বিহু উৎসৱৰ সম্বন্ধ নাই। থাকিলে আৰ্য্যথকা সকলো ঠাইতে এই উৎসৱ পাতিলেহেঁতেন। কিন্তু বিহু উৎসৱ আৰ্য্য থকা সকলো ঠাইতে নাই। ইয়াৰ লগত হোম-যজ্ঞাদিৰো সম্বন্ধ নাই। কোনো কোনোৱে সূৰ্য্য বিষুব ৰেখাত অৱস্থান কৰে। এই বিষুবৰপৰা বিহু নাম পোৱা বুলিও কব খোজে। কিন্তু অলপ গমি চালে এই কথাৰো মূল্য নাই। সূৰ্য্য বিষুবৰেখাত ২৩ মাৰ্চ আৰু ২৩ চেপ্তেম্বৰত আহে। ২৩ মাৰ্চ চতৰ মাজত হলেও বহাগ সংক্ৰান্তিৰ বহুতো আগতে। তথাপি বহাগৰ বিহুত টানি ধুহি সেইটো সম্বন্ধ কৰিলেও মাঘ বিহু আৰু কাতি বিহুৰ লগত বিষুব ৰেখাৰ একো সম্বন্ধ কৰিব নোৱাৰি। এই বিহু নামৰ উৎপত্তি বা এই গীত আৰু উৎসৱৰ সম্বন্ধে আন দীঘলীয়া প্ৰবন্ধ হয়। মুঠতেই যে অতি পুৰণি সেইটো দেখুৱাবলৈহে ইয়াত অলপ উন্নুকিয়ালেঁ। আৰ্য্য বা বিষুব ৰেখা আৰু সূৰ্য্যৰ লগত



ইয়াত সম্পৰ্ক নাই। অষ্ট্ৰিক যৌন মিলনৰ উৎসৱলৈ ইয়াক আঙুলিয়াব পাৰি।

এই বিহুগীতৰ পিচফালত অলপ ভকতীয়া বহণো সানিছে :

প্ৰথমে ঈশ্বৰে সৃষ্টি সৰজিলে  
তাৰ পিচত স্ৰজিলে জীৱ,  
সেইনো জন ঈশ্বৰে পীৰিতি কৰিলে  
আমিনো নকৰিম কিয় ?

হাবি বননি পছুমাৰা, মহৰ শিং বজোৱা, বৰা গাহৰী মাৰা, মহৰ পিঠিত উঠি ফুৰা, মুকলি পথাৰত ধানবোৱা, নৈৰ বুকুত নাও-খেলা, নৈৰ পাৰত কথাবতৰা পতা, তামোলৰ আছুদি কৰা, প্ৰাকৃতিক সৌন্দৰ্য্যত বিভোৰ হোৱা ইত্যাদি নানা তৰহৰ ভাৱবোৰ বিহু আৰু বনগীতত ফুটি ওলাইছে। সেইবোৰে প্ৰমাণ কৰে যে অসমীয়া জাতি অতীজতে ৰাংঢালি, উৎসৱ প্ৰিয়, গীত নাচোনত পাকৈত, প্ৰাকৃতিক দৃশ্য উপভোগ কৰিব পাৰা, এটি স্বামীত আসক্ত হোৱা, নিজৰ স্বামীতকৈ আনত চকু নিদিয়া, বাঁহ সজুলিৰ কাম কৰা, বাঁহৰ গগনা আৰু টোকাৰি বজোৱা, তাঁতৰ শালপাটত, খেতিৰ পথাৰত ব্যস্ত থকা, হাবিয়ে-বননিতে চিকাৰ কৰা, নৈত নাৱ মাৰি ফুৰা ; মাছমাৰা আদি পৰিশ্ৰম কৰা স্বভাৱৰ অতীজৰে পৰা আছিল। লাহবিলাহতো অসমীয়া জাতি কাপোৰকানি, অলঙ্কাৰ, কাপোৰত নানাতৰহৰ ফুল বচা, নানা ধৰণৰ মুগা-পাট কাপোৰ বোৱা ইত্যাদি কথাবোৰ সুন্দৰ ভাবে ফুটি ওলাইছে।

এই বিহু বনগীতৰ পিচতে ডাকৰ বচন, যিহত খেতিবাতি কৰা, স্বাস্থ্য ভাল ৰাখিবৰ উপায়, দৰব পাতি, ঘৰৰ লাগতিয়াল বস্তুবোৰৰ বিবৰণ, ঘৰ চলোৱা আদি কথাৰ বিতংকৈ ভু পায়। ইয়াৰ পিচত আমি দেখো মন্ত্ৰ পুথিবোৰ। তেৰখন কৰতী আমাৰ আগত জল্‌জল্ পট্‌পট্ হৈ আছে। "যৈসানি দেৱ দৈত্যে সাগৰ মথিলা তিনিশ তেষষ্ঠি বায়ু উৎপতি ভৈলা। ব্ৰহ্মা বিষ্ণু মহেশ্বৰ চৰণে জাৰো,

তিনিশ তেষষ্ঠি বায়ু পানী কৰোঁ। হৰ্ব বায়ু হৰ, চৌষষ্ঠি বায়ু পানী উঠি মৰ” ইত্যাদি সুন্দৰ শব্দ ব্ৰহ্ম তুলি এই কৰতীবোৰৰ সৃষ্টি, যি শব্দ ব্ৰহ্মাৰ দ্বাৰা সকলো বেমাৰ পানী কৰিছিল। এই মন্ত্ৰ পুথি যে নৱম শতিকাতো চলন্তি আছিল তাৰ সুন্দৰ প্ৰমাণ পোৱা যায়। শ্ৰীশঙ্কৰাচাৰ্য্যক কামৰূপৰ অভিনৱ গুপ্তই অভিচাৰ মন্ত্ৰেৰে তেওঁৰ শৰীৰত বেমাৰৰ বীজ উৎপন্ন কৰা। নৱম শতিকাত বা তাৰ আগেয়ে পদ্য ছন্দত শব্দ ব্ৰহ্মাৰ শক্তি তোলা আমাৰ ওচৰ চুবুৰীয়াসকলৰ সাহিত্যত বিৰল। তাৰ পিচত চৰ্য্যাচৰ্য্য বিনিশ্চয় বুদ্ধসিদ্ধ মীননাথ আদিৰ ৰচনা। যিখন ৺হৰপ্ৰসাদ শাস্ত্ৰীয়ে বঙালী সাহিত্যৰ পুৰণি সাহিত্যত সুমুৱাই থৈছে। কিন্তু সেইবোৰ ভাষাই সুন্দৰ ভাবে চিনাকি দিয়ে যে সি অসমীয়া পুৰণি কামৰূপী ভাষাৰ হে সম্পদ। তাৰ পিচত হেম সৰস্বতীৰ প্ৰহ্লাদচৰিত্ৰ, ৰুদ্ৰকন্দলিৰ দ্ৰোণপৰ্ব্ব বা সাত্যকিৰ প্ৰৱেশ; হৰিহৰ বিপ্ৰৰ লৱকুশ, অশ্বমেধপৰ্ব্ব ইত্যাদি। ১৪শ শতিকাত মাধৱ কন্দলিৰ ৰামায়ণে অসমীয়া ভাষা যে চালুকীয়া অৱস্থা এৰি সুন্দৰভাৱে চেমনীয়া হৈ উঠিছে তাৰ প্ৰমাণ দিয়ে। অসমীয়া সাহিত্যত ফুলকোঁৱৰ এটি বাচকবনীয়া কৱিতা। ভবিষ্য পুৰাণৰ বিদ্যাসুন্দৰৰ গল্প হিচাবে বঙ্গদেশতো গোবিন্দদাস, বীৰসিংহ, ৰামপ্ৰসাদ, ভাৰত চন্দ্ৰ আদি কবিয়ে লিখি গৈছে। গোবিন্দদাসে ১৫৯৫ খৃষ্টাব্দত বিদ্যাসুন্দৰ লিখে। কিন্তু অসমীয়া কবিয়ে পুৰাণৰ একে ঘটনা লিখিলেও সেইবোৰ সমূলি অসমীয়া ঠাচত আনকি নামবোৰো অসমীয়া ঘৰুৱা নামহে। গোবিন্দ দাসৰ বিদ্যাসুন্দৰ বঙালী ভাষাত লিখা আটাইতকৈ পুৰণি গ্ৰন্থ। বিদ্যাসুন্দৰ সংস্কৃতপূৰ্ণ—

“প্ৰতিবিম্ব দেখি যেন দৰপন তাৰা।
সংসাৰেৰ যত দেখ সেইত শৰীৰা॥
সমুদ্ৰেৰ জন্ম যেন নদ-নদী ভৱে।
সেই জল পুনৰপি মিশায় সাগৰে॥



জয় দেৱনাথ জগত তাঁৰণ চৰণ সৰোঁৰুহে বহু মিনতি। সুৰ নদী চন্দ্ৰিম মুকুট মাল ভূষণ ফনিমাল কুণ্ডল মোহে শ্ৰুতি। টলমল ত্ৰিনয়ন জ্বলি আধমিলন ৰজত ধৰাধৰ অঙ্গদ্যুতি সুৰৰিপু ত্ৰিপুৰ হৰ দাহন অৱহেলন সীমা বৰণ শিৱ যোগপতি।

কিন্তু অসমীয়া ফুলকোঁৱৰৰ ভাষাত চাওক:—

কদম কুঞ্জৰী বনৰে বাবৰী
ফুলে জকমক কৰে।
বাটৈএ সাজিলে কাঠৰ পখী ঘোৰা
আকাশে উৰাৰত কৰে।
চকুতে ভৰালে জুইৰে আঙ্গনি
নাৰত বলি যায় ধোঞা।
নেজৰ ছাটিতে বিজুলী সঁচাৰে
কৰিলে আলাসত বোৰা॥
ঢাপৰ কাণকটা সিজু আই মালিনী
ঢাপৰ কাণকটা সিজু।
সেই মালাধাৰি দিবা পাঁচ তুলিক
খোপাতে খাই যাব ৰিজু॥

ভবিষ্যপুৰাণৰ বিদ্যাসুন্দৰৰ ঘটনা আৰু আমাৰ ফুলকোঁৱৰৰ ঘটনা এই ব্ৰহ্মখণ্ডৰ ঘটনালৈয়ে বঙ্গৰ কবি আৰু অসমৰ কবিয়ে ওপৰত লিখা সাঁচত কবিতা লিখে। পুৰাণত যি আছিল বঙ্গৰ কবিয়ে হুবহু তাকে শব্দৰ ঝঙ্কাৰেৰে পদ্যহিচাবে লিখিলেও তাত সমূলি কবিতা নাই। কেৱল টান টান শব্দৰ যোগ। সেইবোৰ সমূলি সাধাৰণ লোকে নুবুজে। এয়ে বঙালীৰ ১৫৯৫ খৃষ্টাব্দৰ কবিতাৰ নমুনা। কিন্তু অসমীয়া ফুলকোঁৱৰত কেৱল মৌলিকত্বই প্ৰকাশ হোৱা নাই। সেই কথা সমূলি অসমীয়া ঘৰুৱা ঠাচত গঢ়িছে। লগে লগে সুন্দৰ কবিতাৰ সোঁত বৈছে।

থৈয়ে কি অথৈয়ে থৈ ঐ ৰখীয়া
থৈয়ে কি অথৈয়ে থৈ
পাঁচতুলীৰ নগৰ সোমাল ফুলকোঁৱৰ
কালিন্দি ভোমোৰা হৈ।

ফুলকোঁৱৰ যেন সচাঁকৈ কবি কল্পনাত ফুটি উঠা মানস উদ্যানৰ ৰূপকোঁৱৰ। বাস্তৱতা আৰু কল্পনাৰ মাজত গঢ়ি উঠিছে এখন মধুৰ ৰাজ্য। তাত পখীঘোৰা স্বৰূপে কবিতাৰ ছন্দ ভঙ্গিত "নেজৰ ছাটিতে বিজুলী সঁচাৰে কৰিলে আলাসতে ৰোৱা।" সঁচাকৈ ভাব হয় যেন অসমীয়া সাহিত্যই কবিতাৰাজ্যত তেতিয়াই পখীঘোৰাত উঠি আকাশত চৰি ফুৰিব ধৰিছে।

বঙালীসকলে আন এখন পুথি "শূন্যপুৰাণ" লৈ বঙালী সাহিত্যৰ পুৰণি অৱস্থা প্ৰমাণ কৰিব খোজে। কিন্তু ভালকৈ ফঁহিয়াই চালে এই পুৰাণ পুৰণি কামৰূপী ভাষাতে লিখা। ইয়াতে দীঘলীয়া তৰ্কত নোসোমাই শূন্যপুৰাণত পোৱা ঝিয়াৰী, চিৰাকানি, খৰিকা, বাপা, জুই, টোপোলা, পিতাক, খুড়াক আদি যে নিভাঁজ অসমীয়া শব্দ সেইটো নুই কৰিবলৈ কাৰো সাধ্য নাই। জুই শব্দ আজিলৈকে অসমৰ বাহিৰে ভাৰতৰ আন কোনো ঠাইত ব্যৱহাৰ নাই। তদুপৰিও উত্তম পুৰুষত "ও", সৰ্ব্বনাম "আপুনি" ভৱিষ্যতৰ বিভক্তি "ব" আৰু "ইব" ইত্যাদি অসমীয়া ব্যাকৰণৰ লগতহে মিলে। আকৌ "ন"ৰ ব্যৱহাৰ শব্দৰ আগত হে; কিন্তু বঙালী ভাষাত "ন"ৰ ব্যৱহাৰ সদায় পিচত। "নকৰোঁ" "কৰিব না"।

মইনামতীৰ গানো যে পুৰণি কামৰূপী ভাষাত লিখা আৰু সেই ঘটনা কামৰূপৰ ৰজাৰহে ঘটনা অলপ দকৈ ভাবিলে পোৱা যায়। বঙালীয়ে টানি আজুৰি নি মইনামতীৰ গীত তেওঁলোকৰ কবি মাণিকচন্দ্ৰ আৰু গোপীচন্দ্ৰক তিৰুমলয় লিপিত পোৱা ৰামপাল ইদিলপুৰৰ লিপিত বঙাল দেশাধিপতিৰ লগত একে কৰিব খোজে। কিন্তু সেইটো যে নহয় সেই সম্বন্ধে ঢাকাৰ ইতিহাস (২য় খণ্ডৰ ২৩৮—২৪৬ পিঠিত) সুন্দৰ ভাবে প্ৰমাণ কৰিছে। কিন্তু দীনেশচন্দ্ৰ সেন বি, এ,ৰ **Bengali Language & Literature** ত কৈছে—"মাণিকচন্দ্ৰ পালে ১১শ শতিকাৰ প্ৰথম ভাগত উত্তৰ বঙ্গত ৰাজত্ব কৰিছিল; আৰু তেওঁ মৰাৰ অলপ পিচতে এই গীত ৰচনা হৈছিল। কিন্তু এনেবোৰ টালিভুলিৰ একো প্ৰমাণ নাই। আমাৰ কামৰূপ বুৰঞ্জীত ইয়াৰ সিদ্ধান্ত কৰি থৈছে। এই মইনামতীৰ গীত অসমীয়াত আকৌ জনা গাভৰুৰ গীত হিচাবেও প্ৰকাশ পাইছে। এইবোৰ তৰ্কত সোমালে বেলেগ প্ৰবন্ধ হব।



১৪শ শতিকাত মাধৱকন্দলীৰ ৰামায়ণ আৰু ১৬শ শতিকাত লিখা শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ উত্তৰাকাণ্ড আৰু আদিকাণ্ড ৰামায়ণ, দশম কীৰ্ত্তন, ৰত্নাৱলী আৰু ৰাম সৰস্বতীৰ মহাভাৰতৰ পদে অসমীয়া সাহিত্যক বহুতো আগুৱাই আনিলে। সেই সময়তে অসমীয়াই কামৰ লগে লগে মনৰ প্ৰফুল্লতা আবেগ উৎসৱ সুখৰ আছিল তাত সন্দেহ নাই। তেওঁলোকে খোৱা-লোৱাৰ সৰ্ব্বস্ব যোগোৱাৰ লগে লগে আনন্দ উৎসৱ বা মনৰ প্ৰফুল্লতা অটুট ৰাখিছিল।

বৈষ্ণৱ যুগতো অসমীয়াই নাম-কীৰ্ত্তনত আত্মহাৰা হৈ আবেগপূৰ্ণ জাতিয়ে হৈ আছিল। শ্ৰীমন্ত শঙ্কৰ আৰু তেওঁৰ ভক্তসকলে অসমীয়া জাতিক খোল-মৃদঙ্গ, ভাওনা, দশম কীৰ্ত্তনেৰে এটা সজীৱ জাতি কৰি তুলিছিল। প্ৰসঙ্গ ধ্বনিয়ে আকাশ ঝঙ্কাৰি তুলিছিল। ভাওনাৰ আনন্দেৰে মানুহক সকলো দুখ-শোকৰ পৰা পাহৰাই ৰাখিছিল। নিজৰ জীৱন তুচ্ছ কৰি দহৰ ভালৰ কাৰণে, দেশৰ কাৰণে, সত্যৰ কাৰণে প্ৰাণ অৰ্পিবলৈকো পিচ নুহুহিকিছিল।

সেই জীৱন্ত জাতিক মোৱামৰীয়া বিদ্ৰোহে, মানৰ অত্যাচাৰে আকৌ বিদেশীৰ চক্ৰান্তই পৰাধীনতাৰ অৱস্থাই আৰু কানি ৰৰবিহে নিশকতীয়া, দুৰ্ব্বলী, নিৰ্জ্জীৱ, সাহসহীন, ভয়াতুৰ, ভীৰু কৰি তুলিলে। এয়া সঁচাকৈয়ে নিয়তীৰ পৰিহাস। কিন্তু এই যুগতো যে আমাৰ ভিতৰত স্বাধীনচেতা লোক দুই এজন ওলোৱা নাই সেইটো নহয়; সেয়ে আমি পাওঁ মণিৰাম দেৱান, পিয়লী বৰুৱা, পিয়লী ফুকন,

বীৰ টিকেন্দ্ৰজিৎ, খণ্ডাল জেনেৰেল, পিচতো দেশভক্ত ফুকন, কৰ্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈ, ৺চন্দ্ৰনাথ শৰ্ম্মা, ৺লক্ষ্মীনাথ বেজবৰুৱা আদি লোকসকল।

বৈষ্ণৱ যুগৰ কবিতা আৰু কাব্যই এটা বিশেষ স্থান অধিকাৰ কৰিছিল। সেইবোৰ গণ-সাহিত্যত পৰিণত হৈ গাৱেঁ-ভুঁৱে সিচৰতি হৈ পৰিছিল। তেতিয়াৰ যুগত ছপা যন্ত্ৰ নাথাকিলেও কেনেকৈ জন-সমাজৰ মাজত সেইবোৰ বিয়পি পৰিল সেইটো ভাবিবলগীয়া কথা। গাৱেঁ গাৱেঁ আনকি ঘৰে ঘৰে সাঁচিপতীয়া পুথিবোৰে ঠাই পাইছিল। মানুহবোৰ বৰ শিক্ষিত নহলেও সেইবোৰ পঢ়িছিল, আদৰ কৰিছিল। অশিক্ষিত সকলে কাণপাতি শুনি মউৰস পান কৰিছিল। মুখে মুখে উত্তৰাকাণ্ডৰ পদ, দশম, কীৰ্ত্তন, ভীমচৰিত, কাণখোৱা আদি হাটে, বাটে-ঘাটে, হাবিয়ে-জঙ্গলে গাই ফুৰিছিল। গৰখীয়া আনকি খৰিকটীয়া-সকলৰ মুখতো দীঘলীয়া সুৰত এই পদবোৰ শুনা গৈছিল। তিৰোতাৰ মুখতো পটন্তৰ স্বৰূপে কথাই পতি উত্তৰাকাণ্ড ৰামায়ণৰ বাক্য প্ৰকাশ পাইছিল।

"যেন পোৱাগাত ঘৰাখনিয়া আমাৰ।"
"বন মানুষক আনি দেখুৱা সভাত''।
"একে জুই মৰো আৰু পিপলিৰ পথ।''
"ধান দিলে হৰে আখৈ ৰামৰ মুখত।"

ইত্যাদি ঘৰুৱা কথাৰে প্ৰকাশ কৰা উত্তৰাকাণ্ড ৰামায়ণৰ পদবোৰ এপিনে যেনে মৰ্ম্মভেদী আনপিনে মাধুৰ্য্য আৰু আবেগেৰে ভৰা।

সেই যুগত কবিতা মোহিনী স্বৰূপ ভৰ যুৱতী। তেওঁৰ লয়লাস ভঙ্গী। ভণ্টাগুটি খেলি খেলি ৰূপ সৌন্দৰ্য্য বিকাশ কৰিছিল। এনে জীৱন্ত ছবি আজি কালিৰ ছবিঘৰৰ চাণ্ডত চিত্ৰয়ো চেৰপেলোৱা সম্ভৱ নহয়। কিন্তু সেই যুগতে যি কবিতাকুঁৱৰীয়ে নাচি-বাগি হালি-জালি



ভাবৰ তৰঙ্গ তুলি খোজ লৈছিল, আজি অচেতন অৱস্থাত নিমাতী কইনা হৈ পৰি আছে কিয়?

হাতী হেৰুৱালো লিহিৰি বনত ঐ
ঘোৰা হেৰুৱালো ৰণত।
পাই হেৰুৱালোঁ সৰগৰ মুকুতা
চোতালৰ দুবৰী বনত॥

আমি অমিয়া মাধুৰ্য্যৰ হিত পায়ো আমাৰ দোষতে হেৰুৱাই আজি—

ন পানী বঢ়া নাই নাহৰ ফুল ফুলা নাই
বিহু বিহু লগা নাই গাত,
গাৱঁৰ ডেকা লৰাই কড়ি খেল খেলা নাই
ঢোল পেঁপাৰ শুনা নাই মাত।

এয়ে আজি অসমীয়া কবিতাৰ অৱস্থা। আজি আমাৰ কবিতাবোৰ মৰ্ম্মস্পৰ্শী নহয়। আনৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰে। আমি যি আহে লেখনিত লিখি যাওঁ। গোসাঁইতো নালাগে ভকতকো নালাগে, মদাৰৰ ফুল যেন বোকাতে লেটিপেটি হৈ পৰি থাকে; কিন্তু আমি নিজে ভাবো আমি একোজন ভব্য-গব্য মহা কবি।

## কবিতা কি?

এই প্ৰশ্নত মোৰ মনত পৰে, শ্যালিৰ এযাৰি কবিতা—And singnig still doest soar and soaring ever singest আৰু ওৱাৰ্ডচ্ ওৱাৰ্থৰ স্কাইলাৰ্কত "Type of the wise who soar but never roam, True to the kindred point of heaven and home", এই দুইটা মিলি অৰ্থাৎ যাৰ ভাৱ বিহঙ্গ আকাশলৈ উৰা

মাৰে আৰু সুললিত কণ্ঠস্বৰেৰে জগতক মুগ্ধ কৰে ; আনপিনে সেয়ে পৃথিবীলৈ চোঁ মাৰি পৃথিবীত লুকাই থকা জনসাধাৰণে নেদেখা বস্তু আহৰণ কৰি লব পাৰে তেওঁৰে কবি, তেনে লিখাই কবিতা। সেয়ে কবিতাৰ উৎকৰ্ষতাৰ মানদণ্ড হৈছে কবিয়ে কিমান ভাৱ তৰঙ্গ তুলিব পাৰিছে আৰু আমি নেদেখা সৰু সৰু কথাত মাধুৰ্য্য উলিয়াই আমাৰ আগত দাঙি ধৰিব পাৰিছে। আমাৰ কবিসকল শব্দ বা বাক্য ৰচনাত মাধুৰ্য্য উলিয়ালেও ভাৱত যে বৰ টোকোনা সেইটো প্ৰায় কবিতাতে ওলাই পৰিছে। কোনো কোনো কবিতা, কবিতা নহৈ ছন্দত মিলাই বা নিমিলাকৈ লিখা বক্তৃতাহে। বক্তৃতা আৰু কবিতাৰ পাৰ্থক্য বহুতো। কবিতাত শব্দৰ অলঙ্কাৰ বাক্যত সূক্ষ্ম বিজুলি আৰু ভাৱত অতল অৱস্থা সৃষ্টি কৰা আৱশ্যক। সেয়ে কালিদাসৰ মেঘদূত আজিও জিলিকি আছে। পাঠকে তাত অমৃত সন্ধান পায়। ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাৱৰ উতলা তৰঙ্গ, বাক্য ভঙ্গীৰ ৰচনাই তেওঁক বিশ্বত চিনাকি দিছে।

জোনাকী যুগত ৺বেজবৰুৱাৰ সূক্ষ্মদৃষ্টি, ঘৰুৱা আঁহ ফলা সৰু সৰু কথাবোৰ ফুটাই তোলা, কবিতাত ৰসৰ সৃষ্টি শক্তি, এপিনে খুহুতীয়া কথাবোৰে আন পিনে গভীৰ ভাৱৰ বুৰ্বুৰণীয়ে অসমীয়া কবিতাক বহুতো আগবঢ়াই নি অসমীয়া কবিতাত "ৰোমাণ্টিচিজিমৰ" বিকাশ কৰাইছে। ধনাই-ৰতনী, বীণ-বৰাগী, প্ৰিয়তমাৰ সৌন্দৰ্য্য ইত্যাদি বহু কবিতাই অসমীয়া সাহিত্যত নিশ্চয় খিলঞ্জীয়া ঠাই অধিকাৰ কৰিছে। তেখেতৰ ভাষাতে কওঁ—

"ৰূপৰ বঠা সোণৰ নাও
টুল্ টুল্ টুল্, বাই যাওঁ।
কলীয়া পানীত ৰূপালী ৰহণ
মোৰ মন চোৰ।"

সঁচাকৈ সেই অসমীয়া সাহিত্যৰ আন্ধাৰ যুগত তেখেতে ৰূপালী ৰহণ বোলাই গল।



৺পদ্মনাথ গোহাঁই বৰুৱাই সেই যুগত তেখেতৰ ভাষাৰ নৃত্য-ভঙ্গী আৰু তাল-মানেৰে অসমীয়া সাহিত্যত পাঠ্যযোগ্য গ্ৰন্থৰ অভাৱ পূৰণ কৰিলে। অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য্যই জুই শিখা উজলাই অসমীয়াৰ প্ৰাণ সজীৱ কৰি তুলিলে। অৱশ্যে তেখেতৰ কবিতাবোৰ বক্তৃতা স্বৰূপ হলেও সেই সময়ত প্ৰাণত হেন্দোলন দিব পৰা শক্তি আছিল। ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে ভাৱ আৰু ভাষাৰ হেন্দোলনি তুলি কবিতা কুঁৱৰীক কাচোন দি নাট ঘৰলৈ মৃদঙ্গ বজাই আগবঢ়াই আনিছে। শ্ৰীঅম্বিকাগিৰী ৰায় চৌধুৰীৰ কোনো কোনো সময়ত ভাৱৰ খেলিমেলি হলেও তেওঁ ভাব হেন্দোলনিত দোলন খাই আবেগ ভৰা প্ৰাণেৰে কবিতা-কুঁৱৰীক সেৱা জনাইছে। তেওঁৰ একোটা উদ্গীৰণত ভূমিকম্প তুলিছে। কবিৰত্ন শ্ৰীৰঘুনাথ চৌধাৰীৰ বৰ্ণনা-বহুল কবিতাত ভাৱৰ দাৰিদ্ৰ জোলোঙাত নিত্য বিভুপ্ৰেম আৰু প্ৰকৃতি সৌন্দৰ্য্যৰ ধূপ-ধুনাৰ ধোঁৱাৰে বিশ্বব্ৰহ্মাণ্ড ধুঁৱলি-কুঁৱলী কৰি কবিতা-কুঁৱৰীৰ ওচৰ চাপিছে। শব্দ যোজনা সংস্কৃত আৰু অসমীয়া শব্দৰ সমিল-মিলনত তেওঁৰ কবিতাৰ ঝঙ্কাৰ ৰুণু-জুনু বাজিছে। ৺দুৰ্গেশ্বৰ শৰ্ম্মা, ৺ৰত্নকান্ত বৰকাকতীদেৱে কবিতাত ভাব তৰঙ্গ তুলিছে। শ্ৰীনলিনীবালা দেৱীৰ প্ৰকাশভঙ্গী চমু, আদৰ্শ উচ্চ, দেখা নেদেখাৰ মাজত উঠা ঢৌৰ হেন্দোলন তুলি কবিতা-কুঁৱৰীৰ পূজাৰ আৰতিত যোগ দিছে।

কোন অজানৰ বনবেণু সুৰে—
স্মৃতি সপোনৰ তীৰে তীৰে তীৰে
ৰূপ সৰগৰ জলিল সপোন
ভুবন ভুলোৱা ৰূপৰ দাপোন
শিয়ৰি উঠিল পাহৰা সুৰৰ—
হেৰোৱা বীণৰ তান।

তেওঁ কিন্তু পৰ্ব্বত, নৈ, জুৰি, জোন, তৰা, সূৰ্য্য, নীল আকাশ ইত্যাদি সদায় চকুত পৰা বস্তু লৈয়ে আগবাঢ়িছে। প্ৰকৃতিৰ আন আন উপাদানৰ সূক্ষ্ম বস্তুলৈ বা সূক্ষ্ম ভাবৰ ধূপ-ধূনা লব পৰা নাই। সময়ে সময়ে কোনো কোনো কবিতা বৰ্ণনা-বহুল আৰু বক্তৃতাৰ পাতনি দেখা পাওঁ।

দণ্ডিনাথ কলিতাৰ প্ৰকাশভঙ্গী বহু সময়ত উপদেশমূলক। অসমীয়া কবিতাৰ বস্তিগছত হাস্যৰসৰ অভাৱত হীন-ডেটি হিচাবে শলিতাৰ যোগান ধৰিছে।

৺যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা সহজ সৰল। ভাবাত মাধুৰ্য্য আছে। কিন্তু নিৰাশাত হতাশ হৈ—

"এটি সুৰ তুলি মাথো মেলো নাওখনি
নাই কোনো আপোনাৰ জন,
আকাশে বতাহে মোৰ সুৰ মিলি গই
নোতোলাই প্ৰাণৰ স্পন্দন।"

সেই এটি ভাবেই জীৱন জুৰি বৈচিত্ৰ্যহীন হৈ বৈ গৈছে। তেখেতৰ ওমৰ খায়েমৰ ভাঙনি চিকোণ।

৺আনন্দচন্দ্ৰ আগৰৱালা দেৱৰ ইংৰাজী কবিতাৰ ভাঙনি বিতোপন; তেওঁক অসমীয়া Longfellow বুলি কলেও বঢ়া কোৱা নহয়। সেইদৰে মফিজুদ্দিন আহমদৰ পাৰ্ট কবিৰ অসমীয়া ভাঙনি সুন্দৰ। তেওঁৰ পাতনি "সামাজিক"ৰ গদ্য ভাষা মনোৰম গদ্য হলেও কবিতা স্বৰূপ। শ্ৰীশৈলধৰ ৰাজখোৱা দেৱৰ কবিতাত ভাব আৰু প্ৰকাশভঙ্গী সুন্দৰ। শ্ৰীলক্ষ্মীনাথ ফুকনদেৱে কবিতাৰ অৰিহণা যোগাইছে। শ্ৰীনীলমণি ফুকন দেৱৰ কবিতাৰ ভাবে আকাশলৈ চোঁ মাৰে। মাজে-সময়ে মেঘৰ আঁৰত দুৰ্ব্বোধ্য হৈ পৰে। শ্ৰীডিম্বেশ্বৰ নেওগৰ কবিতা "সফুৰা"ত কবি প্ৰাণৰ আবেগ আছে। "অসমা'' কবিতা বক্তৃতামুখী।



শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ কবিতাত ভাষাৰ ধ্বনিৰ লগে লগে ভাবৰ স্ফুলিঙ্গ উৰি ফুৰে। অগ্নিশিখাই খাণ্ডব দাহন কৰিব পৰা শক্তি আছে।

৺গণেশচন্দ্ৰ গগৈৰ কবিতাত তেওঁৰ ভাষাতে—

"কেঁচা সোণ বৰণীয়া তোমাৰ লৱনু তনু
দহি বটা খনিয়াৰে নোৱাৰে ঢাকিব,
বিৰিঙি বিৰিঙি সখি মনোৰম ৰূপ ৰেখা
জোনাকী পৰুৱা হই জিলিকি আহিব।
ওৰণি তলত থই অধৰৰ ৰহ ঘৰা;
মোহলগা মুকুতা নোৱাৰা ৰাখিব,
নিলাজী সমীৰে সখি ওৰণি গুচাই লই
কমনীয় কমলিৰ কবিতা গাঁথিব।

৺জ্যোতিপ্ৰসাদে কবিতা-কুৱৰীক অসমীয়া ৰিহা-মেখেলাৰে সজাই তৰুণসকলক উদ্দীপনা দিছে। তেওঁলোকৰ মন আকৰ্ষণ কৰিছে। কিন্তু বেছি ভাগেই বক্তৃতামূলক। কবিতাৰ সঁচ ভালকৈ সিচিব নোপাওঁতেই বিধিয়ে তেওঁক আঁতৰাই লৈ গ'ল।

জীৱন জুৰি সাহিত্যৰ অৰ্চ্চনা কৰা শ্ৰীঅতুল হাজৰিকাৰ সৰহ ভাগ কবিতাই শিশুৰ কাৰণে লিখা। ভাব তৰঙ্গৰ মানদণ্ডৰ তুলা-চালনিত জুখিবৰ আৱশ্যক নহল। কিন্তু ভাব তৰঙ্গতো তেওঁ সাঁতুৰি নাছুৰি ফুৰিছে। আশা কৰোঁ আৰু তললৈ বুৰ মাৰি মণি-মুকুতা তুলি কবিতা-কুঁৱৰীক অৰিহণা দিবলৈ সাতসৰী গঢ়িব।

শ্ৰীদেবকান্ত বৰুৱাৰ কবিতাত গভীৰতা আছে, ভাব আছে, কবিতাৰ প্ৰাণ আছে। চমু কথাৰে বহুতো ভাব তৰঙ্গ সাঁতুৰিবৰ শক্তি আছে।

৺উমেশচন্দ্ৰ চৌধাৰীদেৱৰ কবিতা আৰু গীতত বহুতো কবিতাৰ সমল পোৱা যায়। কেবা ঠাইতো বৰ্ণনামূলক হলেও চৌধাৰী দেৱৰ কবিতাত কবিমন আৰু সূক্ষ্মতত্ত্ব ওলাই পৰিছে।

৺পাৰ্ব্বতীপ্ৰসাদ বৰুৱাদেৱে ঘৰুৱা ছবি ঘৰুৱা শব্দেৰে অঙ্কন কৰিলেও কবিতাত গভীৰ ভাৱৰ বেঙণি কম। তেখেতে ভাব তৰঙ্গ তুলিব নোপাওঁতেই বিধিয়ে আমাৰ পৰা আঁতৰ কৰিলে।

শ্ৰীবিনন্দ বৰুৱাৰ কবিতাত ভাষাৰ ধ্বনিৰ লগে লগে ভাবৰ স্ফুৰিত আৰু বুৰ মাৰি চিলনি সাঁতোৰেৰে সাহিত্য-আকাশৰ বিচিত্ৰ মেঘালিৰ দৃশ্য আহৰণ কৰি ভাব তৰঙ্গৰ নানা নৃত্যভঙ্গী দেখুৱালে আনন্দ পাম।

শ্ৰীমহেন্দ্ৰনাথ ফুকনৰ ( ডেকা ফুকন ) প্ৰকাশ হোৱা-নোহোৱা গোটাচেৰেক কবিতা আমাৰ চকুত পৰিছে। সেইবোৰ অসমীয়া সাহিত্যৰ চেলেংখনিত যে গুণাৰ বুটাম স্বৰূপ হৈছে আমি ডাঠি কব পাৰোঁ।

শ্ৰীধৰণী দাস এতিয়াও কবি হিচাবে আসন নাপালেও তেওঁৰ কবিতাত যুগৰ বাৰ্ত্তা আনিবলৈ চেষ্টা কৰিছে। ভাৰত সচৰাচৰে চলি অহা কবিতাৰ ভাৱবোৰতকৈ তেওঁৰ আনপিনে উবা মাৰিবলৈ শক্তি আছে। ভাষাত প্ৰৱল শক্তি।

শ্ৰীধৰণী দাসৰ কবিতাত ভাবিবৰ বস্তু আছে। যুগৰ কবিতালৈ আঙুলিয়ালেও আশাকৰোঁ তেওঁ যথাৰ্থ যুগৰ কবিতা লিখি অসমীয়া সাহিত্য চহকী কৰিব।

শ্ৰীকমলেশ্বৰ চলিহাদেৱৰ কবিতা ভাবপূৰ্ণ। তুচ্ছ ধূলিকণাত সৃষ্টিৰ উপকৰণ তুলি লয়।

৺সূৰ্য্যকুমাৰ ভূঞা দেৱৰ কবিতাৰ লালিত্যাই সোঁৱৰাই দিয়ে এটি ভাৱ তৰঙ্গ প্ৰেম জীৱনৰ মূৰ্ত্তিময় ছবি :—

প্ৰেমেই মস্তক মণি সাধনাৰ ধন
জীৱন শোকৰ লীলা অবিশ্ৰান্ত ৰণ,
মৰণৰ অনিৰ্ব্বাণ মহিমাৰ লিখা
তাৰ মাজে পুলকৰ মায়া মৰীচিকা।

× × × ×



প্ৰকৃতিৰ হাতে গঢ়া প্ৰণয় কানন
এই যে ব্ৰহ্মাণ্ডখনি অপূৰ্ব সৃজন
তাৰে একোণত মই বান্ধি মনে ঘৰ
প্ৰেম-কাব্য-নিকুঞ্জৰ হৈ মালাকৰ।

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা দেৱৰ কবিতাত

সপোন কুঁৱৰী মেলি কবিতা কুঁৱৰী
বহি আছে ধ্বনিলৈ স ঋ গ ম সুৰ।

সেই মেঘৰ আঁৰত ভাব তৰঙ্গ খেলিলে কবিতা-কুঁৱৰীৰ সা-ৰে-গা-মা ধ্বনিত ফুটি উঠিব মৰ্ম্মস্পৰ্শী মধুৰ সুৰ।

মোহম্মদ জমিৰ উদ্দিন আহম্মদৰ কবিতাত আছে—

"কিয় মোৰ বুকে জ্বলে অত জীয়া জুই
ক্ৰন্দনৰ চিক্-মিক্ তীব্ৰ ওলোৱাৰ
নীলিম আকাশ ভাঙি।
মেঘ মন্দ্ৰে প্ৰাণে মোৰ কৰে হাহাকাৰ।

৺প্ৰসন্ননাৰায়ণ চৌধুৰীয়ে কেৱল এখনি কবিতা "কেহোবাম" লিখিয়ে সিপাৰলৈ গতি কৰিলে। কিন্তু সেইখিনিত সাধাৰণ গাৱঁলীয়াৰ সৰল মন, আগৰ তৰপৰ লোকসকলৰ আচাৰ-নীতি, পুৰণি যুগৰ বহু কথা ওলাই পৰিছে।

৺ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানী আৰু ৺যমুনেশ্বৰী খাটনিয়াৰে সৰল প্ৰাণেৰে আবেগভৰা ছন্দেৰে কবিতাকুঁৱৰীৰ আৰতি কৰি গৈছে।

আৰু বহু কবিয়ে হয়তো অসম কাননত বনফুল স্বৰূপে বনতে লুকাই পৰিছে। বহুতৰ কবিতাৰ অঙ্কুৰ মেলিছে। বহুতে কবিযশ-প্ৰাৰ্থী হৈ নানা তৰহৰ প্ৰকাশৰ ভঙ্গী তুলিছে। কবিতাকুঁৱৰীয়ে সিসবৰ নৈবেদ্য উপহাৰ পুষ্পাঞ্জলি অৰ্ঘ্য লবলৈ মিচিকীয়া হাঁহিৰে হাত পাতি আছে।

## হাস্যৰস

অসমীয়া সাহিত্যত হাস্যৰস বৰ কম ওলাইছে। পুৰণি সাহিত্যত শ্ৰীধৰ কন্দলিৰ ঘুনুচাযাত্ৰা, কাণখোৱা, ৰামসৰস্বতীৰ ভীমচৰিত, মাধৱকন্দলিৰ কুঁজীৰ বৰ্ণনাত, কংসাৰৰি বিৰাট পৰ্বত। পিচৰ যুগত বেজবৰুৱা দেৱৰ কৃপাবৰ বৰবৰুৱাৰ কাকতৰ টোপোলা, ওভতনি, দণ্ডি কলিতাৰ ৰহঘৰা আদি, ৺হেম গোঁসাইৰ চাবাব্ চাবাব্ পেট ভাল মজা কৰিলি, ৺চন্দ্ৰধৰ বৰুৱাৰ ইবাৰ মৰিলে জৰুৰ চাহাব হম, ৺সত্যবৰাৰ শুন্‌চাহ্‌না আপীগিলা খাজানা বৰেইছি দিবা নব্‌লি নিবো ধৰি প্যাদা লগাই দি।" "হায় মোৰ কপালখান বৰলা ভাত কিমান খাম।" ৺ভোলানাথ দাসৰ "কেৰাণী বাবু।" শ্ৰীমিত্ৰদেৱ মহন্তৰ খুহুতীয়া গীত আৰু কবিতাত। অসমীয়া কবিতা কাৰেঙত হাস্যৰস বৰ তাকৰীয়া। কবিতা নালাগে আমাৰ সাহিত্যতে হাস্যৰসৰ ৰচনা সাগৰত এটোপা গাখীৰহে। ৺বেজবৰুৱা দেৱে সেইটো পূৰাবলৈ অশেষ চেষ্টা কৰি আমাক যি অৱদান দি গৈছে সেয়ে আমাৰ সম্বল হৈ আছে। কিন্তু নল মৰি গজালি ওলোৱা নাই।

## শিশুসাহিত্য

শিশুসকললৈ আমি যি সাহিত্য বা কবিতা আগবঢ়াইছোঁ সেইবোৰ বৰ অপৈণত লিখা। আমি গোটাদিয়েক পুৰাণৰ গল্প, মহাভাৰত, ৰাময়ণৰ গল্প বা কবিতা লিখি গুৰুতো নলগা ভকতকো নলগা বিধৰ উপদেশৰ জোলোঙা মেলি দিছোঁ। সেয়ে শিশু-সাহিত্য, লিখক বা কবি বুলি আমি ভেমতে উতলি পৰিছোঁ। আচলতে শিশুসাহিত্য বা কবিতা ৰচিব লাগিলে শিশুৰ মনস্তত্ত্ব ভালকৈ পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰিব লাগে। দাতাকৰ্ণৰ উপদেশ দি শিশুক দাতাকৰ্ণ কৈ গঢ়ি তোলা টান। কিন্তু মগনীয়া



এটা বাটত জাৰতে কঁপি কঁপি চিঞঁৰি-বাখৰি আছে। সেইটোলৈ শিশুৰ চকু আকৰ্ষণ কৰাই হাতত থকা এটা নয়া পইছা দিবলৈ শিকনি দিব পাৰিলে লবাই সহজে সেই স্বভাৱ লব পাৰে। শিশু-সাহিত্যত শিশুৰ ৰং-ধেমালি, খেলা-ধূলা, সাজ-পাৰ; ঘৰত থকা আচৰণ বিদেশৰ নানা তৰহৰ শিশুৰ আচৰণ, অৱস্থা, প্ৰকৃতিলৈ আকৰ্ষণ, যন্ত্ৰপাতিলৈ মন টানি নিয়া ইত্যাদি কথাবোৰ খুহুতীয়া কথাৰে সৰল ছন্দেৰে আঁকি শিশুৰ মনত দকৈ ছাঁ পেলাব পাৰিলেহে শিশু সাহিত্য। ৰবীন্দ্ৰঠাকুৰে শিশুলৈ লিখা কবিতাবোৰলৈ আপোনালোকে মন কৰি চাব। পুৰাণ বা মহাভাৰতৰ গোটাদিয়েক গল্প বা কবিতা ছন্দত লিখা অতি সহজ। কিন্তু সেইবোৰ কবিতাও নহয়, শিশুসাহিত্যও নহয়; কিন্তু অসমীয়াসকলে তেনে কবিতা আৰু সাহিত্য সৃষ্টি কৰিয়ে ডাঙৰ ডাঙৰ শিশু সাহিত্যিকৰ নগা ঢবাখন পাৰি বহি আছে।

কবিতাৰ কাৰেং এৰো এৰো হওঁতে দেখোঁ এটা নতুনকৈ সাজিব ধৰা কুঠৰী। কুঠৰীটো জাক-জমককৈ সজাব ধৰিছে। ৰাম-ধনুৰ সাতো ৰঙেৰে উজ্জলাই তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছে। দেখিলোঁ তাত হেনো আধুনিক কবিৰ থাপনা। আধুনিক কবিতা মানে আমি বুজো, আজিৰ যুগৰ যি ভাৱ-ভঙ্গী, দুখ-দৈন্য, সুখ, আনন্দ, আচাৰ ব্যৱহাৰ ফুটাই তুলিব পাৰে সেয়েহে আধুনিক সাহিত্য বা আধুনিক কবিতা।

গদ্য আৰু পদ্য বুলি অতীতৰ পৰা সাহিত্যৰ দুফাল আছে। এই দুইবিধৰ পাৰ্থক্যও আছে। অৱশ্যে গদ্যত কিছুমানে সুকোমল সুকলা ব্যৱহাৰ কৰি গদ্যছন্দ গায়। কিন্তু সেইবোৰ গদ্যহে। পদ্য বুলি দাবী নকৰে। য'ত মাধুৰ্য্য নাই, য'ত প্ৰগতিশীল ভাৱ নাই, য'ত জনগণৰ কাণসাৰ নাই তেনে ভাতৰ লগত ৰেচনৰ চাউলৰ দাঁত ভঙা শিলগুটি আৰু গৰাহে পতি ধানৰ প্ৰভাৱৰ সৃষ্টি কৰি কি লাভ?

"শব্দব্ৰহ্ম"ৰ মোহিব পৰা, বশ কৰিব পৰা এটা প্ৰবল শক্তি আছে। ছন্দৰ মাধুৰ্য্যই মানুহক আপোন পাহৰা কৰিব পাৰে। গীত-বাদ্যৰ তাল মূৰ্চ্ছনাই মানুহক বলিয়া কৰি মৃত্যুৰ মুখত, যুগৰ সম্মুখত জাপ মাৰি পৰিবলৈ শক্তি দিয়ে। আনকি এই শব্দব্ৰহ্মৰে ভূত-প্ৰেত, দানৱ-পিশাচকো দূৰ কৰিবলৈ মন্ত্ৰবোৰ ছন্দত লিখিছিল। শব্দব্ৰহ্মেৰে যজ্ঞত আহুতি দি ইন্দ্ৰৰ সিংহাসন কঁপাই তুলিছিল। সেই শব্দব্ৰহ্ম নেওচন কৰিবলৈ ছন্দ তাল-মান মূৰ্চ্ছনাৰ অন্ত কৰিবলৈ কাৰ শক্তি? সৃষ্টিৰ আদিতো শব্দব্ৰহ্ম, শেষতো শব্দব্ৰহ্মই বিৰাজ কৰিব।

অসমৰ জনদিয়েক প্ৰতিভাবান লেখক যেনে শ্ৰীনবকান্ত বৰুৱা, শ্ৰীহেম বৰুৱা, কেশৱ মহন্ত, মহেন্দ্ৰ বড়া আদি আওপথে গৈ সোণৰ সোলেঙ বিচাৰিব যোৱাত আমি দুখ পাইছোঁ। অসমত সাহিত্যসেৱী আৰু কবি অতি কম। আকৌ দুই এজনৰ তেনে বিধৰ কবিপ্ৰাণ থাকিলেও আওপথে বাট ঘূৰি ফুৰিলে বাস্তৱতে দুখ লাগে। বিশেষতঃ তেওঁলোকক অনুকৰণ কৰি তৰুণদলে সেই পিনে খোজ লৈ আচল কবিতাৰ পথ এৰিলে আমাৰ দুৰ্ভাগ্যৰ সৃষ্টি হব। কবিকুঞ্জ সমূলি এৰা বাৰী হব। তাৰ নিমিত্তে দোষী কোন হব? শ্ৰীনবকান্ত বৰুৱাৰ সূক্ষ্ম বিচাৰ, সূক্ষ্ম তত্ত্ব উদ্ধাৰ কৰাত হাত আছে, মৌলিক ভাবো আছে। গতিকে তেওঁ আৰু তেওঁৰ সঙ্গীসকলে আচল বাটলৈ আহি সাহিত্য সেৱা কৰক, চেনেহী ভাষাক শ্ৰদ্ধাঞ্জলি দিয়ক। নিমাতী কবিতা-কুঁৱৰীৰ কলকণ্ঠ মাত উলিয়াওক। তেওঁলোকৰ কবিতাবোৰ যুগৰ কবিতা হোৱা নাই; আনপিনে নীৰস, অসংলগ্নভাৱৰ খেলি-মেলিৰ দাপোন। ই কাহানিও অসম ফুলনি জকমকাই উঠি অসম উদ্যান গোন্ধতে আমোলমোল কৰিব নোৱাৰে। যদি তেওঁলোকে বাস্তৱতাৰ দোহাই দিয়ে তেন্তে বাস্তৱ ক্ষেত্ৰলৈ আহি আচল গদ্য লিখক। গদ্যও নোহোৱা, পদ্যও নোহোৱা এটা অবুজ বিভৎস মূৰ্ত্তিৰ মায়াবাদ সৃষ্টি কৰি তেওঁলোকৰ পৰিশ্ৰম নষ্ট কৰাৰ আৰু অকণিহঁতক বেয়া



আদৰ্শৰে টানি নিয়াৰ আমি ঘোৰ বিৰোধী। জনদিয়েক ইংৰাজ কবিয়ে বা বঙালী কবিয়ে সেই বাটটো ললে বুলিয়ে আমিও তেনে অভংভতৰা, অৱান্তৰ শক্তিহীন, মাধুৰ্য্যশূন্য পথ লব লাগিব তাৰ একো কাৰণ নাই। বঙ্গৰ তেনে পথ লোৱা নতুন কবিসকলে ৰবীন্দ্ৰ ঠাকুৰৰ দৰে শক্তিমন্ত কবি হৈ উজলি উঠিব নোৱাৰে বা বঙ্গ সাহিত্যকো আগ বঢ়াই নিব নোৱাৰে। কবিতাই ৰসপূৰ্ণ কৰি বাস্তৱ চিত্ৰ অঙ্কন কৰি আদৰ্শলৈ টানি নিব। তাত নৃত্যৰ তাল, ভঙ্গী, মূৰ্চ্ছনা থাকিব লাগিব। শ্ৰোতশীল গতিৰে কুলু কুলু ধ্বনিৰে কবিতাৰ নিজৰা বৈ মানুহৰ মনপ্ৰাণ শীতল কৰিব। প্ৰতি খোজে উজুতি খাই পৰা অৱস্থা হব নোৱাৰে। অমিত্ৰাক্ষৰ ছন্দতো মাধুৰ্য্য সৌন্দৰ্য্য আৰু সুৱলা গতি আছে।

কবিতা আমাৰ সৰ্ব্বসাধাৰণে বুজা হব লাগিব। কেটেলা পহুৰ কাঁইটে পঢ়ুৱৈৰ মগজু বিন্ধিব লাগিব। এনে তপতে তপতে হোৱা সত্য কথা তাত প্ৰকাশ হব লাগিব যাতে মানুহে পঢ়ি মৃত্যুকো লৰবি সাৰটি লবলৈ সাজু হব। কবিতাৰ এপিনে যেনে কোমল মধুৰ প্ৰকৃতি, আন পিনে জুইশিখা স্বৰূপ, মৰ্ম্মস্থল ভেদিব পৰা শেল স্বৰূপ।

তপতে তপতে থকা সত্য সমস্যাত হাত দিব লাগিলে আজি অসমৰ কি কি সমস্যা আমাৰ সমুখত উপস্থিত হৈছে আমি বিচাৰ কৰিব লাগিব। সেইবোৰ আমাৰ কবিতা জোলোঙাত সোমোৱাব পাৰিছোঁ নে? নে কেৱল কুলি, কেতেকী, গাভৰু ছোৱালী, নৈ-জুৰি লৈ আমি লীলা খেলা কৰি আছোঁ?

মানুহক লাগে ভাত কাপোৰ, দুখ দৈন্যতাই আজি দেশজুৰি হাহাকাৰ তুলিলে। দুৰ্নীতি, অবিচাৰ, অত্যাচাৰে দেশ ছানি পেলাইছে। বস্তুৰ দুৰ্মূল্যই মানুহক মৰণৰ পথলৈ টানি নিব ধৰিছে। আমাৰ সীমান্তত চীনৰ আগ্নেয় অস্ত্ৰ, এটম্ বোমাই ক্ষণে ক্ষণে বিকট হুঙ্কাৰ তুলিছে। পাকিস্থানৰ গৰ্জ্জনে আমাৰ কাণ তাল মাৰিছে। নগাসকলৰ বিৰুদ্ধাচৰণে আমাৰ শৰীৰত বিষ ফোঁৰা হৈ উঠিছে। সেইবোৰ আমাৰ

কবিতাত সোমাইছে নে ? ৰাজ্যভাষাৰ আথান্তৰ, নানা বিদেশীৰ অন্যায় আগমন এইবোৰ সমস্যাত আমাৰ কবিসকল নীৰব কিয় ? বিশ্ব শান্তিৰ উপায়, সহ অৱস্থান, অসমৰ প্ৰতি ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ কৰ্ত্তব্য এনেবোৰ কথাকো কবিয়ে আদৰ্শ সফুৰাত ভৰাব লাগে। জনজাতি, পাহাৰী-ভৈয়ামৰ সজভাৱৰ উপায় কবিতাত সৃষ্টি হব লাগে। শিক্ষাৰ সমস্যাত কবিয়ে জোৰ ধৰি শক্তিমন্ত ভাষা আৰু গভীৰ ভাৱেৰে পূৰ্ণ কবিতা লিখি আচল লক্ষ্যলৈ নিব লাগে। অৱশ্যে এনেবোৰ কবিতা উপদেশমূলক বা বক্তৃতা স্বৰূপ হব নালাগে। এনেবোৰ লাৰা-চাৰাত কবিতাৰ কলা, সৌন্দৰ্য্য, মাধুৰ্য্য থাকি মানুহৰ মন মোহিব পৰা শক্তি থাকিব লাগিব।

অসমৰ কবিতাত পৰ্বত-ভৈয়ামৰ সকলো কথা ওলাই পৰক। পাৰিলে পৰ্বতীয়া সমাজ, গল্প, সাহিত্য, কবিতা আনকি ভাল ভাল শব্দবোৰে আমাৰ ভাষা সাহিত্য কবিতাত সোমোৱাই আমাৰ অসমীয়া ভাষা স্থায়ী কৰক। পৰ্বতীয়া ভাষাবোৰ ঠন ধৰি উঠাত আমি আপত্তি কৰা উচিত নহয়। কিন্তু তেওঁলোকক সোঁৱৰাই থওঁ-তেওঁলোকৰ হাজাৰ ফৈদৰ হাজাৰ ভাষা। প্ৰত্যেক ফৈদৰ অতি তাকৰীয়া লোক। গতিকে লোকসংখ্যা অতি তাকৰ হলে তাত তেওঁলোকৰ ছপা গ্ৰন্থবোৰৰ প্ৰচলন হোৱা অসম্ভৱ। গতিকে সেইবোৰ ভাষা বা সাহিত্যই কেনেকৈ মূৰ দাঙি উঠিব ? তেওঁলোকৰ নিজৰ ভাষাৰ প্ৰতি আদৰ হোৱা স্বাভাবিক। কিন্তু সেইবোৰ যে প্ৰচলন হোৱাৰ উপায় নাই। সেইবোৰৰ উপায় মাথো ওচৰ চুবুৰীয়াৰ ভাষা-ভাষীসকলৰ লগত মিলা-প্ৰীতি ৰাখি থাকো, ওচৰ চুবুৰীয়াৰ ভাষা সাহিত্যকো নেওচন নকৰি আদৰি সামৰি লৈ ওচৰ চুবুৰীয়াৰ মাজত তেওঁলোকৰ ভাষা প্ৰচাৰ কৰি তেওঁলোকৰ গ্ৰন্থ, কবিতা, সাহিত্যত ওচৰ চুবুৰীয়াক মুগ্ধ কৰা। যদি আজি অসমীয়াসকলে খাটী বা গাৰোভাষা ভালকৈ জানে তেনেহলে তেওঁলোকৰ গ্ৰন্থ, বাতৰি কাকত, আলোচনী অসমীয়াইও কিনি পঢ়ি তেওঁলোকৰ ভাষা



সাহিত্যৰ উন্নতি কৰিব। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ লোকে তেওঁলোকৰ হাজাৰ হাজাৰ কিতাপ কিনি নিশ্চয় নপঢ়ে বা সোৱাদ নলয়। সেইদৰে অসমীয়া ভাষাও পাহাৰীসকলে আদৰি ললে অসমীয়া ভাষা সাহিত্যৰ উদ্‌গতিৰ পথ মুকলি হব। যদি পাহাৰী বা জনজাতিসকলে সঁচাকৈ তেওঁলোকৰ ভাষা সাহিত্যৰ উন্নতি কৰিব খোজে তেন্তে তেওঁলোকৰ লিখা লিপি অসমীয়াহে লোৱা যুগুত। তেতিয়া অসমীয়া বা বঙালী লোকসকলে তেওঁলোকৰ সাহিত্য মৌপান কৰিব পাৰিব। লগে লগে তেওঁলোকৰ ভাষা সাহিত্যই মুক্ত বায়ু পাব।

চীনৰ কম্যুনিজমে ভৱিষ্যৎ নাভাবি শক্তিৰ বলত হাজাৰ হাজাৰ ধ্বংসৰ লীলা সৃষ্টি কৰিব পাৰে, কিন্তু সেই সৃষ্টিৰ স্থায়ীত্ব ক'ত ? সেয়ে কবিতাত উথলে সচ্চিদানন্দ ৰূপ। যি সদায় সত্য, যি সদায় জ্ঞানৰ আলোকেৰে উদ্ভাসিত, যি সদায় আনন্দময়, সেয়েহে জগতৰ লক্ষ্য হোৱা আৱশ্যক। সেয়ে কবি জগতৰ সৌন্দৰ্য্যৰ পূজাৰী। বিশ্ব-ভাতৃপ্ৰেমৰ জোৰ লৈ পাৰ্থিব মানবক বাট দেখুৱাওঁতা। আজি পৃথিবীত এটা গৱৰ্ণমেণ্ট হওক, তাত হাজাৰ হাজাৰ অংশ হিচাবে মিলা-প্ৰীতি আৰু সহানুভূতিৰে শাসন হওক, তেন্তে বিশ্বত সচ্চিদানন্দ বিৰাজ কৰিব। পৃথিবী ধ্বংসৰ বাটলৈ টানি নিনি পৃথিবীত যাতে দুখ, দৈন্য, অভাৱ, অভিযোগ, দুৰ্ভিক্ষ, অনাটন আছে সেইবোৰ অন্ত কৰিবলৈ বিশ্ব অভিযান হওক। ধনী দেশে দুখীয়া দেশক সকলো প্ৰকাৰে সহায় কৰি দুখ-দাৰিদ্ৰৰ লেশ নোহোৱা কৰক। বিশাল দেশে অকণি অকণি সৰুদেশক অভয়বাণী দি সুখ-শান্তিৰে থাকিব দিয়ক। ভূমাৰ আদৰ্শত বিশ্ব জাগি উঠক। কবিৰ বীণে সেই মহান সচ্চিদানন্দ ৰূপৰ ধ্যানত মগ্ন হৈ মহান কলকণ্ঠত বোল তোলক। আঁতৰি যাওক বিভৎসতা, পাশবিকতা, দম্ভ, গৰ্ব, অহঙ্কাৰ, আঁতৰি যাওক আনদেশ জয় কৰা হেঁপাহ, হাবিলাস, সাগৰত বুৰি যাওক হাজাৰ ইজিমৰ জয়ধ্বনি, আহক বিশ্বত শান্তি। ওম্ শান্তি ঃ ওম্ শান্তি।

এতিয়া আমি আচল কথালৈ ঘূৰি আহোঁ। কবিতা লিখিলেই নহয়; এই কবিতাবোৰ কেনেকৈ প্ৰকাশ হব সেইটো ভাবিবলগীয়া। অসমীয়া কবিতা বুঢ়া তৰপে নপঢ়ে, ল'ৰাজাকেও তাৰ কাষেৰে যাব নোখোজে, নিকিনেও। প্ৰকাশক সকলেও "কবিতাৰ" গ্ৰন্থ বুলিলে "এ কোনে পঢ়িব, কোনে কিনিব" বুলি প্ৰকাশ কৰিবলৈ আগ নাবাঢ়ে। নিজৰো প্ৰকাশ কৰিবলৈ ধনৰ নাটনি। কাৰো ধন হলেও উতলা কৰিব নোৱাৰা পানীত জুই খেৰ বঢ়াই দি ধন পানীত পেলাবলৈ ইচ্ছা নকৰে। তেন্তে অসমীয়া কবি বা কবিতাৰ উপায়?

প্ৰত্যেক লিখক বা কবিৰ আটাইবোৰ কবিতা একেলগে গ্ৰন্থ হিচাবে প্ৰকাশকে ছপাই প্ৰত্যেক লাইব্ৰেৰী বা স্কুল-কলেজবোৰত দিয়া দিহা কৰিব লাগে। তেনেহলে একেজন কবিৰ আটাইবিলাক কবিতা একেলগে পালে পঢ়ুৱৈ সকলোৰে সুবিধা হব। সমালোচক সকলেও সেইবোৰৰ সমালোচনা কৰি আচল কবিতাৰ ৰস পঢ়ুৱৈ-সকলৰ মাজত বিলাব পাৰিব। এনে ভাবে অন্ততঃ দুই হেজাৰ গ্ৰন্থ বেচিবলৈ অসুবিধা নহব।

আমাৰ আন এটা সমস্যা—সাহিত্যিক আৰু অসমৰ কবিসকলে পৃথিবীৰ আন ঠাইবোৰ চাবলৈ সুবিধা নাপাই কেৱল চুকৰ ভেকুলীৰ দৰে ঘৰতে থাকি কবিতা গুঞ্জৰ তোলে বা সাহিত্যৰ মালা গুঠে। সেয়ে আমাৰ সাহিত্যত সংকীৰ্ণতা, ঠেক মনোভাবে ঠাই পায়। নতুনত্বও ওলাই নপৰে। আমাৰ গৱৰ্ণমেণ্টে প্ৰত্যেক বছৰে সাহিত্যিক আৰু কবিসকলৰ জনদিয়েকক বিদেশলৈ পঠিওৱা উপায় কৰিব লাগে। আন আন প্ৰদেশ বা বিদেশৰ সাহিত্যিক আৰু কবিসকলৰ লগত দেখা-সাক্ষাতৰো সুবিধা কৰিব লাগে। আনলোক বিদেশত ঘোৰাতকৈ কবি বা সাহিত্যিকসকল গলে নতুন ভাব, নতুন প্ৰেৰণা, নতুন পদ্ধতি নিজৰ দেশত যোগাবলৈ বা লিখিবলৈ সুবিধা পাব। কিয়নো এজন কবি বা সাহিত্যিকৰ সূক্ষ্মদৃষ্টি আন লোকতকৈ বহুতো বেচি, লিখা শক্তি বা প্ৰকাশভঙ্গীয়ো বহু পৰিমাণে শ্ৰেয়।



বৰ্ত্তমানে চলা "ৰেডিঔ" বা "আকাশবাণী"য়ে আচলতে মানুহক কি যোগাব লাগে সেইটো জনা নাই। কেৱল চৰকাৰৰ কাম আৰু বিষয়াসকলৰ গুণ বৰ্ণনাতে তেওঁলোক ব্যস্ত। গভীৰ আলোচনা তেওঁলোকে দিব পৰা নাই। নতুন নতুন গায়ক, শিল্পীৰো সৃষ্টি কৰিব পৰা নাই। শিল্প সাধনাতো ৰাইজক উদগাই তুলিব পৰা নাই। দেশ প্ৰেম আৰু স্তুতি বাক্যৰ পাৰ্থক্য আছে। দেশ প্ৰেমৰ ধ্বনিয়ে দেশক আগবঢ়াই নিয়ে। স্তুতি বাক্যই নিজৰ বা জনদিয়েকৰ উন্নতি কৰিব পাৰে, কিন্তু দেশৰ বহুতো অন্যায় কৰে। আমি তেওঁলোকৰ মুখত "আকাশবাণী" শব্দটো শুনিয়েই আমাৰ কাণত বাজে যেন তেওঁলোকে গণতন্ত্ৰ লৈ সমূলি নেওচন দিয়ে। ৰাইজে যি ভাল পায় তেওঁলোকে সেইটো গাব বলেৰে কৰিব নোখোজে। গীত-পদ বৰ তলখাপৰ। দেশৰ উন্নতিপথ তেওঁলোকে দেখুৱাই দিব পৰা নাই। প্ৰচাৰ বিভাগতো সেই একে কথা। তেওঁলোকে দেশৰ উন্নতি পথ প্ৰচাৰ কৰাতকৈ স্তুতিমালা পাঠ কৰাত হে ব্যস্ত।

সকলোতকৈ ডাঙৰ কথা হৈছে—আজি গোটেই দেশজুৰি ওপৰৰ পৰা তললৈ আমাৰ অন্তৰত দেশ প্ৰেমৰ অভাৱে দেখা দিছে। আমি সকলোপিনে সুবিধাবাদী হৈছোঁ। চীনে আক্ৰমণ কৰাত দেশ প্ৰেমিক হিচাবে বহুতো কবিতা কবিসকলে ৰচিছিল; তাৰ কাৰণে যাতে চৰকাৰে তেওঁলোকক ভাল পায়, কিন্তু যেতিয়া দুৰ্মূল্যই আমাৰ দেশত বাঢ়ি অহা মেটেঙাৰ দৰে বাঢ়ি আহি দুখীয়া প্ৰজাসকলৰ হাহাকাৰ লগাইছে তেতিয়া তেওঁলোক নিমাত, পুলিচ বিভাগ নাই, কাউনচিলৰ মেম্বাৰসকলে বা ডাঙৰ বিষয়াসকলে যেতিয়া অন্যায় অবিচাৰ কৰে, তেতিয়া কবিসকলে দেখিও নেদেখা ভাবে ৰয়। তেতিয়া তেওঁলোকৰ দেশপ্ৰেম অন্তৰতে জাহ যায়। সেয়ে দুৰ্নীতি ভেজাল বস্তুৰ প্ৰচলন, ভেটিখোৰ বিষয়াৰ দস্তালি, সমাজ সেৱাতকৈ ভোট বেচি যোগোৱা, দেশতকৈ দলৰ প্ৰভাৱৰ মূল্য বেচি দিয়াত একড়া ধনৰ জিলিমিলিত সকলো বেয়া কাম কৰা এনে অৱস্থাৰ সৃষ্টি হৈছে। আমাৰ

অস্বাভাৱিক ধনৰ জিলিমিলিয়ে নিজৰ প্ৰভাৱ বিস্তাৰ কৰা চেষ্টাই, ডাঙৰ লোকালি দেখুৱা বিলাসৰ খন্তেকীয়া আনন্দ আৰু অট্টালিকাৰ বৈভৱ সৃষ্টিয়ে আমাৰ দেশক ৰসাতললৈ টানি নিব ধৰিছে।

## সামৰণি

সামৰণিত মই অসমৰ নবযাত্ৰীসকলক তাহানিয়ে কৈ যোৱা কথা কেষাৰ দোহাৰি যাওঁ :—

"আজি নোহে অভিনয়,
নোহে সপোনৰ খেলা,
অসম আকাশত
সমুখত আজি
শৰাইঘাটৰ ৰণ।"

আকৌ কওঁ :—

"ক্ষুদ্ৰ দুৰ্ব্বলতা
মুহূৰ্ত্তেতে এৰি
উজলাই তোল
অসমীয়া নাম
বীৰ অসমীয়া
নোশোভে দুৰ্ব্বলতা
তোৰ বীৰ হৃদয়ত।

আকৌ কওঁ :—

মৃত্যু আৰু খন্তেক
গাব দে মোৰ শেষ গান।
বুজিব দে বুজিব দে
কিবা তৃপ্তি কিবা আনন্দ
স্বদেশৰ হকে
কৰি প্ৰাণ বিসৰ্জ্জন!



কিবা স্বাৰ্থত্যাগ
দে বুজিব
দেশতকৈ নোহে বৰ
তুচ্ছ স্বাৰ্থ তুচ্ছ অভিমান!!

আকৌ শুনক :—

হোজা অসমীয়া
তধা লাগি থাক চাই,
বুজিও নুবুজ তই
নিজৰ ঘৰত যে হায়,
নিজে আজি বিদেশী
ঘৰৰ চুকত বহি
আপোনাৰ দেশ
আপুনি নিচিনি
কানিৰ টিকিবা হুপি
জীৱনৰ শেষ দিন জপি
জাৰত ঠেঁতুৰাত কঁপি
ভয়তে পেপুৱা লাগি
চাব দশোদিশি
নিজৰ ঘৰতেই তই
—হায়! নিজে আজি বিদেশী।"

শেষ কথা :—

কাব্য সাগৰ মথি
বিশ্ব সাহিত্য ৰচি,
বিতোপন অসম,
সৌন্দৰ্য্যৰে ভৰা
হব চুইজাৰলেণ্ড
—জগতৰ—

নোহে নোহে কল্পনা
ই যে বাস্তৱতা
—জ্বলন্ত প্ৰমাণ।

শ্ৰীভগৱানে জ্ঞানযোগ বা কৰ্ম্ম-সন্যাসমাৰ্গ, কৰ্ম্ম-যোগ মাৰ্গ দুয়োটা সিদ্ধিৰ পথ বুলি কৈছে। কিন্তু বাসনা ত্যাগ নহৈ কৰ্ম্মত্যাগ কৰিলেই সিদ্ধি লাভ নহয়। কৰ্ম্ম বন্ধনৰ কাৰণ নহয়; কামনাহে বন্ধনৰ কাৰণ। ফল কামনা ত্যাগ কৰি কাম কৰিব লাগে। এই কৰ্ম্ম লোকৰক্ষাৰ কাৰণে (লোকসংগ্ৰহমেবাপি সংপশ্যন্ কৰ্ত্তুমৰ্হসি) জনকে কৰ্ম্মেৰে সিদ্ধি লাভ কৰিছিল। (মিথিলায়াং প্ৰদীপ্তায়াং ন মে দহ্যতি কিঞ্চন)। মিথিলা পুৰি ছাই হলেও তেওঁৰ একো নহয়। কিন্তু তেওঁ ৰাজ্য চলাই কৰ্ম্ম কৰিছে কিয়? দেবেভ্যশ্চ পিতৃভ্যশ্চ ভূতেভ্যোঽতিথিভিঃ সহ। ইত্যৰ্থং সৰ্ব্ব এবৈতে সমাৰব্ধা ভৱন্তি বৈ॥ দেৱগণ, পিতৃগণ, অতিথিগণ আৰু সমস্ত ভূত অৰ্থাৎ প্ৰাণীসকলৰ কাৰণে এই কাম চলিছে, মোৰ নিমিত্তে নহয়। গীতাত জ্ঞান যোগ, কৰ্ম্মযোগ, ভক্তিযোগৰ ঐক্য সূত্ৰৰ সুন্দৰ ব্যাখ্যা আছে।

সেয়ে আজি কবিয়ে আগবাঢ়িব জগতৰ লোকক কৰ্ম্মী, জ্ঞানী আৰু নিস্পৃহলোক সৃষ্টিৰ লক্ষ্যলৈ। সেয়ে গীতাৰ লক্ষ্য, জগতৰ ডাঙৰ ডাঙৰ ভাবুকসকলৰো মত। শ্ৰীমন্ত শঙ্কৰেও এই গাৰ্হস্থ্য ধৰ্মৰ কীৰ্ত্তি গাই গৈছে।

সেহিসে মহন্ত ধন্য দেখাওঁ যতনে
কংসৰ ৰঙ্গশালে নাৰীগণৰ বচনে।
কহয় সম্বোধি অন্যো অন্যে নাৰীগণ
শুন সখি ধন্য ধন্য গোপীৰ জীৱন।
ধেনুক দোহন্তে কতো দধিক মথন্তে,
ছাৱালক নিচুকান্তে গৃহক মৰ্জ্জান্তে,
আন সব কৃত্য গোপী কৰন্তে সদায়,
এহিটো কৃষ্ণগুণ অনুৰাগে গায়।



নিস্পৃহ কৰ্ম্ম কৰি জগত আনন্দময়, প্ৰেমময়, সুখময় কৰিবলৈ পথ দেখুৱাবলৈ কবিসকলক জগতে আহ্বান কৰিছে। ভাৰতৰো ঋষি-মুনিৰ এই মহান আদৰ্শ। গীতাৰ এইয়ে মহাবাণী। নিজৰ স্বাৰ্থৰ কাৰণে ধনৰ জিলিমিলিত লৰি ফুৰিলে দেশত সকলোপিনে দুৰ্গতি দেখা দিয়ে। ভাৰতে এই আদৰ্শ নাপাহৰি আগবাঢ়িলে অচিৰতে ভাৰত সোণৰ ভাৰত হব। জগতত ভাৰতে শীৰ্ষস্থান অধিকাৰ কৰিব। ভাৰতৰ এই মহান আদৰ্শ জগতে আকোৱালি লব। কবিয়ে তেওঁৰ বীণত আজি এই মূলমন্ত্ৰৰ আৰাধনা কৰক, এইয়ে সৰল মিনতি। শেহত কওঁ, অসমীয়া জাতি কোন? জনচেৰেক বামুণ, কলিতা, কায়স্থ, কোচ বা আন জাতিয়ে অসমীয়া নহয়। অসমীয়া জাতিৰ মুকলি দুৱাৰেৰে ওপৰত উল্লেখকৰা সকলো জাতি কছাৰী, মিকিৰ, জনজাতি-বোৰ, অষ্ট্ৰিক, মুছলমান, শিখ, মাৰোৱাৰী, বঙালী, পঞ্জাবী, পশ্চিমা, ভৈয়াম আৰু পাহাৰীলোক সকলোৱে সোমাই এই অসমীয়া জাতি গঢ়ি তুলিছে। অসমীয়া ভাষায়ো সকলো দুৱাৰ মেলি তেওঁলোকৰ শব্দ, জতুৱা ঠাচ আহৰণ কৰি বিৰাট অসমীয়া ভাষা, সাহিত্যৰ সৃষ্টি কৰিছে। আজিও আমি সকলো দুৱাৰ খিৰিকী মেলি যেয়ে ইচ্ছা কৰে তেওঁলোকক সাদৰে অসমীয়া জাতিত সোমোৱাই অসমীয়া ভাষা সাহিত্যৰ সেৱক কৰি লৈ ভাৰতত অসমীয়া জাতি আৰু ভাষা সাহিত্যৰ গৌৰৱ জিলিকাই তুলিবলৈ আহ্বান কৰিলোঁ। অসমবাসী-সকলোৱে দাবী কৰি লওক আমি বিৰাট অসমীয়া জাতিৰ অংশ, অসমীয়া ভাষা, সাহিত্য আমাৰ ভাষা, সাহিত্য।

## প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিবেদন, ১৯৬৪-৬৫

সভাপতি ডাঙৰীয়া আৰু প্ৰতিনিধিসকল,

ভোগালী বিহুৰ উলহ-মালহ আৰু আনন্দৰ মাজতেই আজি আমি সমবেত হৈছো অসমৰ অন্যতম শিক্ষাৰ কেন্দ্ৰথলী নলবাৰী নগৰীত। আজি মনত পৰিছে এই নলবাৰীতে জন্ম গ্ৰহণ কৰি ডাঙৰ হোৱা ৰমাকান্ত চৌধুৰীলৈ—যি জনে আধুনিক অসমীয়া সাহিত্যত প্ৰথম কাব্য ৰচনা কৰিলে, মনত পৰিছে অসমৰ গৌৰৱ ৰবিস্বৰূপ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ কথা আৰু মনত পৰিছে কথা সাহিত্যিক শৰৎচন্দ্ৰ গোস্বামী, বৈষ্ণৱপ্ৰাণ হৰিনাৰায়ণ দত্তবৰুৱা আৰু কৃতীলোক উত্তমচন্দ্ৰ বৰুৱা, পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী, প্ৰতাপনাৰায়ণ চৌধুৰী, মণিৰাম দাসলৈ। এই নলবাৰীৰে ওচৰ-কাষৰৰ ঠাই-সমূহৰপৰা পণ্ডিত-মণ্ডলী আৰু ৰাজ্যপ্ৰশাসনৰ অনেক সুদক্ষ বিষয়াৰ সৃষ্টি হৈছে। গতিকে আমাৰ আজিৰ এই সমাৰেশ স্বাভাৱিকতে তাৎপৰ্য্যপূৰ্ণ। এনে হেন এখনি ঠাইত আপোনালোকক অভিবাদন জনাবলৈ পাই নিজকে ধন্য মানিছোঁ।

যোৱা বছৰটোত নিতান্ত আৰ্থিক সঙ্কীৰ্ণতাৰ বাবে আমি কোনো বিশেষ কামতে আগুৱাব পৰা নাছিলোঁ। এই আপেক্ষিক নিষ্ক্ৰিয়তাৰ বাবে পোনতে আপোনালোকৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ।

আজিৰ এই পৱিত্ৰ মুহূৰ্ত্তত মনত পৰিছে দেশৰ কেইবা গৰাকী অসম-কৃতী সন্তানৰ কথা—যি সকলে আমাক এৰি অজান দেশলৈ গুচি গ'ল। সি সকলৰ ভিতৰত ভাৰতৰ স্বাধীনতা আন্দোলনৰ



এগৰাকী প্ৰধান সেনানী ভাৰতৰ অবিসম্বাদী নেতা আৰু প্ৰধান মন্ত্ৰী, বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ ৰাজনীতিক আৰু সুলেখক জৱাহৰলাল নেহৰুৰ বিয়োগে আমাক কাতৰ কৰিছে।

আজি আমাৰ মনত পৰিছে, যোৰহাট সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি, অসমীয়া সাহিত্যৰ তথা ভাৰতীয় দৰ্শনৰ একনিষ্ঠ সেৱক ৰাধানাথ ফুকন, বেদান্ত-বাচস্পতি ডাঙৰীয়াৰ কথা।

গোৱালপাৰা সন্মিলনৰ (১৯৬১) সঙ্গীত শাখাৰ সভাপতি, উদাৰ দাঁতা, যাৰ দানৰ ফলতেই আমি গুৱাহাটীত ভগৱতীপ্ৰসাদ বৰুৱা ভৱন পাব পাৰিছোঁ—সেই শিল্পী-কৱি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অভাৱ আজি ক্ষণে ক্ষণে অনুভৱ কৰিছোঁ।

মনত পৰিছে সাহিত্য সভাৰ পঞ্চবিংশ সন্মিলনৰ (গুৱাহাটী) সভাপতি আৰু অসমৰ স্বনামধন্য কৱি যতীন্দ্ৰনাথ দুৱৰাৰ কথা।

অসম সাহিত্য সভাৰ শ্বিলং সন্মিলনৰ (১৯৫২) সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য, প্ৰসিদ্ধ বুৰঞ্জীবিদ আৰু আন্তৰ্জ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ বিয়োগত আমাৰ পূৰাব নোৱাৰা মহৎ ক্ষতি হ'ল।

আৰু আমাৰ মনত পৰিছে সাহিত্য সভাৰ আজীৱন সভ্য আৰু শিল্পপতি যাদৱ চলিহাৰ কথা, বিশিষ্ট সাংবাদিক কেদাৰনাথ গোস্বামীৰ কথা, আজীৱন সাহিত্য-সেৱী আৰু সাংবাদিক গুৰুেশ্বৰ বৰা, ডিটেক্‌টিভ ঔপন্যাসিক আৰু হাস্যৰসিক প্ৰেমনাৰায়ণ দত্তৰ কথা।

এইসকলৰ পৱিত্ৰ স্মৃতিত সাদৰ তৰ্পণ কৰিছো।

### একত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱ

অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসম শাসকীয় ভাষা (সংশোধন) অধিনিয়ম ১৯৬১ বিহিত হোৱাৰ পিছতো চৰকাৰে শাসকীয় ভাষা-স্বৰূপে অসমীয়া ভাষা প্ৰয়োগ নকৰাত ডিগবৈ সন্মিলনে উদ্বেগ প্ৰকাশ কৰি অসমীয়া ভাষাক শাসকীয় ভাষাৰূপে অবিলম্বে

প্ৰয়োগ কৰিবলৈ দাবী জনাইছে। অসম চৰকাৰে ১ আগষ্টৰ পৰা আঞ্চলিক পঞ্চায়ত, উন্নয়ন ক্ষেত্ৰ আৰু মাটি হাকিমৰ পৰ্য্যায়লৈকে অধিনিয়মখন বলৱৎ কৰাৰ সিদ্ধান্ত প্ৰকাশ কৰে। কিন্তু যেতিয়া ১ অক্টোবৰ তাৰিখে অধিনিয়মখন বলৱৎ কৰাৰ সময় আৰু পাঁচ বছৰ পিছুৱাই দিয়াৰ কথা ওলাল, তেতিয়া আমি এটি বিৰোধ যেন দেখা পাইছিলো। গতিকে লগে লগে আমি এই বিষয়ে মুখ্য মন্ত্ৰীৰ লগত দূৰকথন যন্ত্ৰেৰে আলোচনা কৰোঁ। তেখেতৰ বক্তব্যৰ মূঠ কথা হ'ল—অসম্ভৱ কাম এটা আইনত মাত্ৰ ধৰি থোৱাৰ পৰা লাভ নহ'ব। ইয়াৰ পিছত ৯ নবেম্বৰ তাৰিখে সভাপতিৰ আদেশত সহকাৰী সম্পাদক অধ্যাপক শ্ৰীহৰিপ্ৰসাদ নেওগে, অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী আৰু শ্ৰীব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰীৰে গঠিত এটি সঁজাতী দলে মুখ্য মন্ত্ৰীক লগ ধৰি পাঁচোটা লিখিত প্ৰশ্ন আগত ৰাখি আলোচনা কৰে। এই আলোচনাৰ শেষত মুখ্য মন্ত্ৰীয়ে চৰকাৰৰ পক্ষৰ পৰা অধিনিয়মখন বলৱৎ কৰাৰ বিষয়ত কি কৰা হৈছে জনাবলৈ সভাৰ এজন বিষয়ববীয়াক নিমন্ত্ৰণ জনায়। সেইমতে আমি শ্বিলঙত মুখ্য মন্ত্ৰীক লগ ধৰোঁ আৰু শাসকীয় ভাষা অধিনিয়ম প্ৰয়োগ সমিতিৰ সচিবৰ লগতো আলোচনা কৰোঁ।

তেখেতসকলৰ পৰা জানিব পাৰোঁ ৰাজ্যৰ বিভিন্ন লোকৰ আৰু কাৰিকৰী পাৰদৰ্শীৰে আলোচনা কৰি অসমীয়া টাইপৰাইটাৰৰ চাবিৰ চিত্ৰ প্ৰায় থিৰ কৰা হৈছে, আৰু বিভিন্ন পৰ্য্যায় নিৰূপণ কৰি ১৯৬৮ চনৰ ডিচেম্বৰত সম্পূৰ্ণভাৱে অধিনিয়মখনি প্ৰয়োগ কৰা হ'ব।

যোৱা বছৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ জন্ম শতবাৰ্ষিকী অহা ১৯৬৮ চনত পতাৰ সিদ্ধান্ত লৈ সেই বিষয়ে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰিবলৈ কাৰ্য্যনিৰ্ব্বাহক সমিতিক ভাৰ দিয়া হৈছিল। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে এখন বিশেষ সমিতি পাতি বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী পালন সম্পৰ্কীয় আঁচনি শাখা সভাৰ সন্মতি লৈ প্ৰস্তুত কৰিছে।



অসমীয়া ভাষা-সাহিত্যৰ বৰ্ণবিন্যাস আৰু বৰ্ণসংস্থাপনৰ সমস্যা সমাধানৰ অৰ্থে যি প্ৰস্তাৱ লোৱা হৈছিল, সেই মৰ্ম্মে সমিতিখনিয়ে কামত কিছু আগ বাঢ়িছে, কিন্তু ডক্টৰ ভূঞাৰ বিয়োগ আদি কাৰণত সম্পূৰ্ণ প্ৰতিবেদন এতিয়াও দাখিল কৰিব পৰা নাই।

যোৱাবাৰ এটি প্ৰস্তাৱেৰে আমি অসম চৰকাৰক অসমৰ গ্ৰন্থকাৰ আৰু প্ৰকাশকসকলে অসম চৰকাৰৰ কোনো এটি গ্ৰন্থাগাৰলৈ আৰু অসম সাহিত্য সভালৈ একোখনকৈ পুথি পঠোৱাৰ আৱশ্যকীয় বিধান অতি সোনকালে প্ৰণয়ন কৰিবলৈ পৰামৰ্শ দিছিলোঁ; কিন্তু এই বিষয়ে চৰকাৰৰ পৰা আজি পৰ্য্যন্ত কোনো উত্তৰ পোৱা নাই।

আন এটি প্ৰস্তাৱৰ মৰ্ম্মে কোচবিহাৰৰ ৰাজকীয় গ্ৰন্থাগাৰত থকা পুৰণি অসমীয়া পুথিৰ প্ৰতিলিপি, মাইক্ৰোফিল্ম নাইবা ফটোষ্টেট সংগ্ৰহ কৰিবৰ বাবে চৰকাৰক টানি অনুৰোধ জনোৱাত অসম চৰকাৰৰ শিক্ষা বিভাগে পশ্চিম বঙ্গ চৰকাৰলৈ (কোচবিহাৰৰ) ৰাজকীয় গ্ৰন্থাগাৰত থকা পুথিসমূহৰ মাইক্ৰোফিল্ম ল'বৰ সন্মতিৰ বাবে দিয়া পত্ৰৰ নকল আমালৈ পঠিয়ায়। জানিব পৰা গৈছে, অসম চৰকাৰে ইউনেস্কোৰ সহায়ত এই বিষয়ে কি কাৰ্য্য কৰিব পাৰি, তাৰ চিন্তা কৰিছে।

১৯৬৩ চনৰ ১৩ আৰু ১৪ নবেম্বৰ তাৰিখে পাটনাত বহা পূৰ্ব্বাঞ্চল পৰিষদে এই অঞ্চলৰ ৰাজ্য কেইখনলৈ আগবঢ়োৱা সংখ্যালঘুৰ ভাষাত শিক্ষা প্ৰণালীৰ সম্পৰ্কে দিয়া পৰামৰ্শৰ বিৰুদ্ধে অসম চৰকাৰক অসম সাহিত্য সভাৰ সুদৃঢ় মত যোৱা সন্মিলনৰ প্ৰস্তাৱ যোগে জনোৱা হৈছে। এতিয়ালৈকে সভাৰ মতৰ বিৰুদ্ধ কোনো কাৰ্য্য চৰকাৰে কৰা আমি দেখা নাই।

## উত্তৰ-পূৱ সীমান্ত অঞ্চল

উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ শিক্ষাৰ নীতি এতিয়ালৈকে পৰিৱৰ্ত্তিত হোৱা নাই; কিন্তু তাৰ কাৰ্য্যকাৰিতা সম্পৰ্কে আমাৰ এতিয়াও সন্দেহৰ স্থল আছে। ইফালে কোনো স্বাৰ্থান্বেষী লোকৰ প্ৰণোদনত

এচাম ছাত্ৰই অসমীয়াৰ ঠাইত ইংৰাজীক শিক্ষাৰ মাধ্যমৰূপে দাবী কৰিছিল। তাতে আকৌ ১৯৬৪ চনৰ ৩০ মাৰ্চ্চ তাৰিখে মাজুলীৰ গড়মূৰত সীমান্ত অঞ্চলৰ দুজন ছাত্ৰক কেন্দ্ৰ কৰি হোৱা ঘটনাই চাঞ্চল্যৰ সৃষ্টি কৰি সীমান্ত অসমৰ সৌহাৰ্দ্য নষ্ট কৰাৰ আগন্তুক দেখা পোৱা গৈছিল। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে এই বিষয়ে এটি প্ৰস্তাৱ গ্ৰহণ কৰি সীমান্তৰ ৰাইজৰ প্ৰীতি কামনা কৰাত আমাৰ প্ৰাচীন সৌহাৰ্দ্য বৈ গৈছে।

## প্ৰকাশন

যোৱা সন্মিলনৰ সময়ত যন্ত্ৰস্থ থকা "সাহিত্য-দৰ্পণ" তাৰ দুমাহমান পাছতে ছপাশালৰপৰা ওলাই আহে।

ভাৰত চৰকাৰ আৰু অসম চৰকাৰৰপৰা যুটীয়াভাৱে ১৯৬৩-৬৪ চনৰ বাবে তিনিখন পুথি প্ৰকাশনৰ বাবে ৯,০০০ টকা পোৱা গৈছিল। ইয়াৰে দুখন সভাৰ পূৰ্ব্বৰ প্ৰকাশন Assamese For All পুথিৰ খাছি আৰু গাৰো অনুবাদ। খাছি অনুবাদ Asamiya Ja Baroh Lane Asamiya Hikai-ki কৰিছে মিছ ডি, ফ্ৰাঙ্কলিনে আৰু গাৰো অনুবাদ Antangari Asamiyako Skiani কৰিছে শ্ৰীহৰেন্দ্ৰ ডব্লিউ মাৰাকে। উক্ত আঁচনিৰ তৃতীয় পুথি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ দ্বাৰা কৃত অৰুনোদইৰ বাচনি "অৰুনোদইৰ ধলফাট"। Antangari Asamiyako Skian আৰু "অৰুনোদইৰ ধলফাট" পুথি দুই-এদিনতে ছপাখানাৰপৰা পাবহি। Asamiya Ja Baroh ছপা হৈ ইতিমধ্যে আহিছে।

যিজনা কৃতী সাহিত্যিক কালিলৈকে আমাৰ সভাৰ সভাপতিৰ পদত অধিষ্ঠিত থাকিব লাগিছিল, কিন্তু যাক আমি পায়ো হেৰুৱালোঁ সেই শেৱালি কবি ৰত্নকান্ত বৰকাকতীদেৱৰ স্মৃতিত এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ সঙ্কল্প বৰ্ত্তমান কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে প্ৰথম অধিবেশনতে গ্ৰহণ কৰে। এই সঙ্কল্প অনুসৰি সঙ্কলিত পুথিখনি সম্পূৰ্ণপ্ৰায়। *

* উক্ত তিনিওখন পুথি এতিয়া ছপা হৈ আহিল—প্ৰঃ সঃ।



বিষয়, অসমৰ উদীয়মান সাহিত্য-সেৱী সমাজত সাহিত্য সভাৰ সংগঠনৰ প্ৰতি আগ্ৰহ বৃদ্ধি হৈছে। যোৱা বছৰ এনে উদ্যোগত কেবা ঠাইতো সাহিত্য সভাৰ শাখা গঠিত হৈছে। জন জাতীয় অঞ্চল, চাহ বাগিছা, শিল্প-উদ্যোগ আৰু কাছাৰ আদি অঞ্চলত সভাৰ সংগঠন বৃদ্ধি পোৱা বাঞ্ছনীয়, কিন্তু তাৰ বাবে নিযুক্ত প্ৰচাৰক আৰু পুঁজিৰ আৱশ্যক।

এইবাৰ যোৱা ৩ চেপ্তেম্বৰৰ পৰা ৯ চেপ্তেম্বৰলৈকে উদ্‌যাপিত হোৱা অসম সাহিত্য সভা সপ্তাহ পালনৰ দ্বাৰা সাহিত্য সভাৰ অনুগামীসকলৰ অন্তৰত সংগঠনমুখী মনোভাৱ পৰিলক্ষিত হোৱা দেখা যায়। সাহিত্য সভাৰ সকলো শাখা আৰু স্বীকৃত সভাৰ উপৰিও সাংস্কৃতিক অনুষ্ঠান আদিয়েও সপ্তাহৰ কাৰ্য্যসূচী অনুসৰি বিভিন্ন দিবস উদ্‌যাপন কৰে। বিশেষকৈ ৰাজ্যিক ভাষাৰ দাবীত প্ৰৱল জনমত গঢ়ি তোলাৰ ক্ষেত্ৰত শাখা সভা-সমূহে বিশেষ তৎপৰতা অৱলম্বন কৰে।

সপ্তাহ পালনৰ উপৰিও শাখা সভা সমূহে নিজ নিজ অঞ্চলত গঠনমূলক প্ৰচেষ্টাৰে অনুষ্ঠানৰ পৰিসৰ বৃদ্ধি কৰাৰ কথা নুই কৰিব নোৱাৰি। বিভিন্ন শাখা সভাই কৰা এনে ধৰণৰ গঠনমূলক কাৰ্য্যৰ এটি থূল-মূল বিৱৰণ এইদৰে দিয়া হ'ল ঃ—

**ডাঙৰী সাহিত্য সভাই** সাহিত্য সভা সপ্তাহ পালন কৰাৰ উপৰিও জনজাতি ৰাইজৰ মাজত সভাৰ প্ৰচাৰ কাৰ্য্য চলোৱাত ব্ৰতী হৈছে আৰু সভাৰ প্ৰকাশনৰ আয়োজন কৰিছে।

**তেজপুৰ সূৰ্য্যোদয় সংঘই** শ্ৰীশঙ্কৰদেৱৰ তিথি, জ্যোতি-স্মৃতি দিৱস সপ্তাহ পালনৰ উপৰিও দুগৰাকী পুৱণি সাহিত্যিক শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস আৰু শ্ৰীবেণুধৰ দাসক সম্বৰ্দ্ধনা জনায়।

**নাজিৰা সাহিত্য সভাই** কেইবাটাও গুৰুত্বপূৰ্ণ বিষয়ত আলোচনা চক্ৰ অনুষ্ঠিত কৰে। সভাই স্থায়ী ভৱন নিৰ্ম্মাণৰ প্ৰচেষ্টা চলাইছে।

**পূৱ ঘিলাধাৰী সাহিত্য সভাই** সমাৰোহেৰে বাৰ্ষিক অধিৱেশন

আৰু সপ্তাহ পালন আদি কাৰ্য্যসূচী সম্পন্ন কৰাৰ উপৰিও এখন আলোচনী প্ৰকাশৰ কাম হাতত লৈছে।

**১৮৯৫ খ্ৰীষ্টাব্দতে সাহিত্যৰথী** ৺গোহাঁইবৰুৱাদেৱ ডাঙৰীয়াই স্থাপন কৰা কহিমা সাহিত্য সভাই নগাভূমিত সংহতি স্থাপন উপলক্ষে সাংস্কৃতিক সেতু নিৰ্ম্মাণ কৰিছে; বিশেষকৈ অ-নগা সকলে নগা ভাষা শিক্ষাৰ কেন্দ্ৰ প্ৰতিষ্ঠা আৰু নগাৰাজ্য উদ্বোধনী উৎসৱত ১ ডিচেম্বৰত নাট্যাভিনয় আদি কৰি, বঙালী বিহু, শ্ৰীশঙ্কদেৱৰ তিথি আদি উদ্‌যাপন কৰিছে আৰু এই কাৰ্য্যত নগাৰাজ্যৰ চৰকাৰ আৰু ৰাইজৰ সহযোগিতা লাভ কৰিবলৈ সক্ষম হৈছে।

**মনচুন কলা পৰিষদৰ** (নগাওঁ) উদ্যোগত ৫টা নতুন বিষয়ত আকৰ্ষণীয় আলোচনা চক্ৰৰ অধিবেশন হোৱাটো উল্লেখযোগ্য।

**জ্ঞানোদয় সমাজে** আলোচনা চক্ৰ, সপ্তাহ পালন আদিৰ উপৰিও অঞ্চলৰ ঐতিহাসিক স্মৃতিগ্ৰন্থ প্ৰকাশ আৰু জ্ঞানোদয় বাৰ্ষিকী প্ৰকাশৰ কাম হাতত লৈছে।

**দেৰগাওঁ**—স্মৃতি তৰ্পণ, সপ্তাহ পালন।

**উদয় সাহিত্য সভা**—জ্যোতি সোঁৱৰণী দিৱস সমাৰোহেৰে উদ্‌যাপন কৰাৰ উপৰিও কেবাখনো আলোচনা চক্ৰৰ অধিবেশন পাতে।

**প্ৰগতি অসম সাহিত্য সভা**—সপ্তাহ পালনত বিশেষ গুৰুত্ব দিয়ে।

**টিয়ক সাহিত্য সভা** আৰু **পাঠশালা সাহিত্য সভাই** সপ্তাহ পালন, আলোচনা চক্ৰৰ উপৰিও সংগঠন বৃদ্ধি কৰে। এই ক্ষেত্ৰত **টিংখাং সাহিত্য সভাই** আঠখনকৈ আলোচনা চক্ৰ পতাৰ উপৰিও সপ্তাহ পালনৰ যোগেদি সদৌ গাওঁ পঞ্চায়ত এলেকাত গঠন, প্ৰচাৰ আৰু অঞ্চলৰ ৩৩ খন চাহ বাগিচাৰ মজদুৰ ভাইসকলৰ মাজত প্ৰচাৰ কাৰ্য্য চলাইছে।

**কলংপৰীয়া আলোচনা চক্ৰই** ৬খন আকৰ্ষণীয় আলোচনা চক্ৰৰ অধিবেশন পাতে।



**ডিব্ৰুগড় সাহিত্য সভাই** সভাৰ আলোচনা চক্ৰৰ প্ৰবন্ধৰ এটি সঙ্কলন ছপা কৰি উলিয়ায়। সভাৰ কেইখনমান চক্ৰৰ ভিতৰত ৰঞ্জন-ৰশ্মি সম্পৰ্কীয় বিজ্ঞান সাহিত্যৰ চক্ৰ উল্লেখযোগ্য। অসম সাহিত্য সপ্তাহ পালন আৰু লগতে অসমীয়া ভাষাজ্ঞান প্ৰমাণপত্ৰ পৰীক্ষাৰ বাবে আকৰ্ষণীয় প্ৰচেষ্টা চলাই পৰীক্ষা কেন্দ্ৰ পাতে। ডিব্ৰুগড় সভাৰ উদ্যোগত বেজবৰুৱা স্মৃতিভৱন নিৰ্ম্মাণৰ কাৰ্য্য আগ বাঢ়িছে; ইতিমধ্যে বেজবৰুৱা উদ্যান মুকলি কৰা হৈছে। **নতুনকৈ হোৱা ধ্ৰুবজ্যোতি সভাই** দিচাংপানী বৌদ্ধ সম্প্ৰদায়ৰ মাজত প্ৰচাৰ কাৰ্য্যত ব্ৰতী হৈছে। **ধেমাজি সাহিত্য** সভাইও এনে প্ৰচেষ্টাত আগ বাঢ়িছে। এনে ধৰণৰ প্ৰচাৰমূলক কাৰ্য্য **মাকুম** আৰু **ডিগবই** সেৱা সমিতি, **ভাৰতী অধ্যয়ন চক্ৰ, বৰপেটা ডিচৈ নগৰ** আৰু বিশেষকৈ **ডুলীয়াজান** সাহিত্য সভাৰ প্ৰচেষ্টা উল্লেখযোগ্য। ডিগবৈ সেৱা সমিতি-ডুলীয়াজান, চাৰিং, বৰ্ড়িয়া আলোচনা চক্ৰ আদি শাখা সভাই আজীৱন সভ্য ভৰ্ত্তি আদি কাৰ্য্যতো সক্ৰিয় ভূমিকা লৈছে।

**ৰংপুৰ সাহিত্য সভাৰ** উদ্যোগত বেজবৰুৱা শিশুভৱন নিৰ্ম্মাণৰ কাম আগ বাঢ়িছে।

**চাৰিগাওঁ সাহিত্য পৰিষদে** কেবাখনিও আলোচনা চক্ৰ পতাৰ উপৰিও লব্ধপ্ৰতিষ্ঠ প্ৰবীণ কবি সাহিত্যিক শ্ৰীনীলমণি ফুকন আৰু ডিম্বেশ্বৰ নেওগক আগ-পিচকৈ সম্বৰ্দ্ধনা জনায়।

**শলগুৰি মুকুল সংঘৰ** আলোচনা চক্ৰৰ বৈঠক আৰু সভাৰ প্ৰচাৰ কাৰ্য্য আদি উল্লেখযোগ্য। অসম আৰু সীমান্ত অঞ্চলৰ মাজত সাংস্কৃতিক ঐক্য প্ৰতিষ্ঠাৰ মানসে **উত্তৰ লক্ষীমপুৰ সাহিত্য** সভাই সীমান্ত অঞ্চললৈ সাংস্কৃতিক দল আদি পঠাই এই ক্ষেত্ৰত সফলতা অৰ্জ্জন কৰিছে।

**নাহৰকটীয়া উত্তৰ গুৱাহাটী**—আদি শাখা সভাৰ যোগেও প্ৰচাৰ কাৰ্য্য বৃদ্ধি হৈছে।

**ন-আলি ঢেঁকীয়াজুলী** সভাই নেহৰু অধ্যয়ন সমাজ প্ৰতিষ্ঠা কৰিছে আৰু ইয়াৰ উপৰিও আলোচনা চক্ৰৰ অনুষ্ঠান আদিত গুৰুত্ব দিছে।

**যোৰহাট সাহিত্য** সভাই অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্য্যালয়ত মূল সভাৰ "সোণালী জয়ন্তী" উৎসৱ পালন কৰিবলৈ কাৰ্য্যসূচী হাতত লৈছে। উল্লেখযোগ্য যে যোৰহাট সাহিত্য সভাৰ সভ্য সংখ্যাই বৰ্ত্তমান অসমৰ সকলো শাখাতকৈ বেছি—মুঠ প্ৰায় ছয় শ জন।

**সোণাৰি সাহিত্য সভাই** কেইবাটিও আলোচনা চক্ৰৰ অধিবেশন পতাৰ উপৰিও অঞ্চলৰ চাহ বাগিচাৰ মজদুৰ সকলৰ মাজত প্ৰচাৰ কাৰ্য্যৰ যোগে সংগঠন বৃদ্ধি কৰে। বাৰ্ষিক অধিবেশন হয়, সপ্তাহ পালন কৰা হয়।

**নলবাৰী সাহিত্য সমাজে** সপ্তাহ পালনৰ যোগে সংগঠন বৃদ্ধি কৰাৰ উপৰিও আলোচনা চক্ৰৰ অনুষ্ঠান পাতে। সভাই শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী আজীৱন সভ্যই দান দিয়া "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"ৰ আধাৰ শিলা প্ৰতিষ্ঠা কৰে।

**নগাওঁ সাহিত্য সভাই** কেইবাখনো আলোচনা চক্ৰ পাতে। সাহিত্য সভা সপ্তাহত আলোচনা চক্ৰ পাতি শ্বেকছপীয়েৰৰ সাহিত্যিক প্ৰতিভা সম্পৰ্কে আলোচনা কৰে। এই আলোচনা চক্ৰত মুখ্য অতিথিৰ আসন অলঙ্কৃত কৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডক্টৰ অমৰেশ দত্তই। শ্বেকছ্‌পীয়েৰ দিৱস উপলক্ষে "অথেল" নাট ইংৰাজীতে অভিনয় কৰা হয়। এই সভাৰ মুঠ সভ্য সংখ্যা ১৬৫ জন।

**ৰঙিয়া অলোচনী সভাই** যোৱা বছৰত কেইবাখনো বৈঠক পাতি সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা কৰে। এই সভাই বছৰটিত কেইবাখনো শোক সভা পাতে আৰু মহাপুৰুষসকলৰ তিথি আৰু সাহিত্য সভা দিৱস যথা বিহিতভাৱে পালন কৰে। সভাৰ পুথিভৰ্ঁালটিত এহেজাৰৰ ওপৰ কিতাপ সংগৃহীত হৈছে। এই সভাৰ সভ্য ৬০ জন।



**শ্বিলং মুকুল সংঘই** কেইবাখনো আলোচনা চক্ৰ পতাৰ উপৰি শ্বিলঙত এখন ল-কলেজ পতাৰ যত্ন লয়। সঙ্ঘৰ স্থায়ী সভাপতি শ্ৰীহৰিপ্ৰসাদ বৰুৱাই উলিওৱা লিখন যন্ত্ৰ (Assamese Type-Writer) সভাই আলোচনা কৰে। সভাৰ কেইবা গৰাকী সদস্যই যোৱা বছৰত কেইবাখনো কিতাপ উলিয়ায়। সেইবোৰ হ'ল—শ্ৰীগুৰুদত্ত ভাগৱতীৰ "মইনাৰ মৌ মেল," শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ "ডাকে বোলে শুনা উপায়" আৰু ডক্টৰ প্ৰসন্নচন্দ্ৰ গোস্বামীৰ "গোপী পাঠক।"

**সৰিতা সভাই** (গুৱাহাটী) যোৱা বছৰ কেইবাখনো আলোচনা চক্ৰ আৰু শোক সভা পাতে। ৰাস পূৰ্ণিমাত আড়ম্বৰেৰে অনুষ্ঠিত হোৱা সভাৰ শাৰদীয় উৎসৱত মুখ্য অতিথি হিচাপে যোগদান কৰে মাদ্ৰাজৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ পৌৰোহিত্যত বহা সভাৰ বছেৰেকীয়া অধিবেশনত অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কে কেইবা গৰাকী কৃতবিদ্য লোকে আলোচনা কৰে। সভাই যোৱা বছৰ 'সাহিত্য প্ৰতিভা ছিৰিজ'ৰ অন্তৰ্ভুক্ত "চৌধাৰীৰ সাহিত্য প্ৰতিভা" নামৰ এখন বুজন আকাৰৰ গ্ৰন্থ প্ৰকাশ কৰে। বৰ্ত্তমানে প্ৰকাশ পোৱা "বেজবৰুৱাৰ সাহিত্য প্ৰতিভাৰ" তৃতীয় সংস্কৰণটো পৰিবৰ্দ্ধিত ৰূপত উলিয়াবলৈ সভাই আয়োজন কৰিছে।

**মৰিয়নী সাহিত্য সভাই** স্বৰ্গত কৃতীসকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন সভা পাতে, সাহিত্য সভা সপ্তাহ জাকজমককৈ পালে, প্ৰবন্ধ সঙ্কলন এটি প্ৰকাশৰো কথা মনতে আলচিছে।

**ধিতাই পুখুৰী সাহিত্য সভাই** চাৰিখন আলোচনা চক্ৰ পতাৰ উপৰিও সাহিত্য সভাৰ সপ্তাহ বিভিন্ন কাৰ্য্য-সূচীৰে উদ্‌যাপন কৰে।

## ভাষা শিক্ষা আৰু সাংস্কৃতিক সমন্বয়

যোৱা আৰ্থিক অনাটনৰ হেতুকে কাছাৰ জিলাৰ ভিতৰত অসম সাহিত্য সভাই সাহায্য দিয়া পঢ়াশালি তিনিখনিক সাহায্য দিয়া

বন্ধ কৰিবলগীয়া হয়। ইতিমধ্যে চৰকাৰৰ পৰা আশ্বাস পোৱা গৈছিল, এই পঢ়াশালি কেইখনক স্বীকৃতি দিয়া হব বুলি। কিন্তু বিষয়টো এতিয়াও সংশ্লিষ্ট কৰ্তৃপক্ষৰ বিচাৰাধীন হৈয়ে আছে।

ভাষাজ্ঞান প্ৰমাণ পত্ৰ পৰীক্ষা যোৱা ডিচেম্বৰ মাহত হয়। ১৭ জন পৰীক্ষাৰ্থীৰ ভিতৰত ৭ জন কৃতকাৰ্য্য হয়।

## বিবিধ

শ্ৰীপ্ৰেমধৰ ৰাজখোৱাৰ পৰা প্ৰাপ্য ধন আদায় কৰা সম্পৰ্কীয় কাৰ্য্য এতিয়াও চলি আছে।

## নতুন শাখা সভা আৰু স্বীকৃত সভা

বছৰটোৰ ভিতৰত আমাৰে যোগ দিয়া নতুন শাখা সমূহ হ'ল— মধ্য ছয়দুৱাৰ সাহিত্য সভা ( বৰঙাবাৰী, দৰং ) বিশ্বনাথ চাৰিআলি সাহিত্য সভা, মেৰমুখ সাহিত্য সভা ( উত্তৰ লক্ষীমপুৰ), ধ্ৰুৱজ্যোতি সাহিত্য সভা ( দিচাংপানী ), গুৱালকুছি জ্যোতি সাহিত্য সভা, বৰমা সাহিত্য সভা, মনচুন কলা-পৰিষদ ( বালিগাওঁ, নগাওঁ ), কলাবাৰী সাহিত্য সভা ( হাৰাজান, দৰং ), সূৰ্য্যোদয় সঙ্ঘ ( তেজপুৰ, দৰং), টংলা সাহিত্য সভা।

নতুন স্বীকৃত সভাসমূহ—মলয়া আলোচনা চক্ৰ ( চৰাইবাহী, নগাওঁ ) সাহিত্য বিকাশ চ'ৰা ( গুৱাহাটী ), সাহিত্য চ'ৰা ( যোৰহাট )।

## নতুন আজীৱন সভ্য

আমি নতুনকৈ আমাৰ মাজলৈ আদৰি লোৱা আজীৱনসভ্যসকল হ'ল মিষ্টাৰ এণ্টনি কেম্পবেল গোৱাল, শ্ৰীকেৱলৰাম বুলচান্দ কানুগা, শ্ৰীহৃদয়ানন্দ কাকতি, শ্ৰীবিশ্বনাথ বৰুৱা, শ্ৰীমতী জয়শ্ৰী দত্ত, শ্ৰীবিনয় দুৱৰা, শ্ৰীঅনিলকুমাৰ বৰুৱা, শ্ৰীউমাচৰণ বৰুৱা, শ্ৰীশম্ভুপ্ৰসাদ শৰ্ম্মা, শ্ৰীখগেন্দ্ৰনাথ চাংমাই, শ্ৰীদুৰ্গাদত্ত আগৰৱালা, শ্ৰীযাদৱচন্দ্ৰ দাস, চৈয়দ ছেৰাফুল হুছেইন, ডাক্তৰ নবীনচন্দ্ৰ বৰদলৈ, শ্ৰীগিৰীন্দ্ৰনাথ শৰ্ম্মা, শ্ৰীকনকচন্দ্ৰ বৰঠাকুৰ, শ্ৰীজীৱনচন্দ্ৰ তামুলী, ডাক্তৰ এছ, এন, শৰ্ম্মা, শ্ৰীমহেন্দ্ৰকুমাৰ বৰুৱা।



## সামৰণি

ইমানতে আমাৰ বাৰ্ষিক প্ৰতিবেদন সামৰিলোঁ। এইখিনিতে আমাৰ সহস্ৰ অপৰাধৰ বাবে মৰ্ষণ ভিক্ষা কৰি আপোনালোকৰ পৰা বিদায় মাগিলোঁ।

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ
সভাপতি, অসম সাহিত্য সভা

গৃহীত হ'ল—
শ্ৰীডিম্বেশ্বৰ নেওগ, সভাপতি,
বিষয় বাচনী সমিতি,
অসম সাহিত্য সভা
১৭।১।৬৫

গৃহীত হ'ল—
শ্ৰীডিম্বেশ্বৰ নেওগ, সভাপতি
১৮।১।৬৫

মহেশ্বৰ নেওগ, প্ৰধান সম্পাদক
১৭।১।৬৫

---

## নলবাৰী সন্মিলনত গৃহীত প্ৰস্তাৱ সমূহ

( প্ৰথম দিন )

১। ভাৰতৰ স্বাধীনতা আন্দোলনৰ এগৰাকী প্ৰধান সেনা আৰু সেনানী, স্বাধীনতা লাভৰে পৰা যোৱা ১৭ বছৰে কল্যাণময় ভাৰতবৰ্ষ গঢ়িবৰ অৰ্থে অক্লান্ত ভাৱে আৰু সম্পূৰ্ণ নিঃস্বাৰ্থভাৱে কাম কৰি অহা ভাৰতৰ অবিসম্বাদী নেতা আৰু প্ৰধান মন্ত্ৰী, বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ ৰাজনীতিক আৰু লেখক শ্ৰীজৱাহৰলাল নেহৰুৰ বিয়োগত অসম সাহিত্য সভা মৰ্মাহত হৈছে আৰু এই বিয়োগ দুখত সমগ্ৰ ভাৰতবৰ্ষ আৰু বিশ্ব সমদুখী বুলি সান্ত্বনা লাভ কৰিছে আৰু অসম সাহিত্য সভাৰ এই অধিবেশনে স্বৰ্গগত আত্মাৰ সদগতি কামনা কৰিছে।

২। অসম সাহিত্য সভাৰ শ্বিলং সন্মিলনৰ ( ১৯৫২ ) সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য, প্ৰসিদ্ধ বুৰঞ্জীবিদ আৰু আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত, অসমীয়া সাহিত্যৰ আজীৱন সেৱক ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ বিয়োগত অসমৰ অপূৰণীয় ক্ষতি সুঁৱৰি অসম সাহিত্য সভাৰ এই সন্মিলনে গভীৰ শোক প্ৰকাশ কৰে আৰু স্বৰ্গগত আত্মাৰ সদগতি কামনা কৰি শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়।

৩। অসম সাহিত্য সভাৰ গুৱাহাটী সন্মিলনৰ ( ১৯৫৫ ) প্ৰাক্তন সভাপতি, আৰু অসমীয়া সাহিত্যৰ নৱন্যাস যুগৰ অন্যতম শ্ৰেষ্ঠ কৰি শ্ৰীযতীন্দ্ৰনাথ দুৱৰা দেৱৰ মৃত্যুত অসম সাহিত্য সভাৰ এই অধিবেশনে গভীৰ শোকপ্ৰকাশ কৰে আৰু বিদেহী আত্মাৰ সদগতি কামনা কৰি শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়।



৪। অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ এজন প্ৰাক্তন সদস্য আৰু গোৱালপাৰা সন্মিলনৰ ( ১৯৬১ ) সঙ্গীত শাখাৰ সভাপতি, ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ দাঁতা, অসমীয়া কাব্য সঙ্গীত আৰু নাট্যকলাৰ একাগ্ৰ সেৱক শ্ৰীপাৰ্ৱতী প্ৰসাদ বৰুৱাৰ মৃত্যুত অসম সাহিত্য সভাৰ এই অধিবেশনে গভীৰ শোক অনুভৱ কৰে আৰু স্বৰ্গগত আত্মাৰ শান্তি কামনা কৰি শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়।

৫। অসম সাহিত্য সভাৰ যোৰহাট সন্মিলনৰ ( ১৯৫৪ ) অভ্যৰ্থনা সমিতিৰ সভাপতি, অসমীয়া সাহিত্য তথা ভাৰতীয় দৰ্শনৰ একনিষ্ঠ সেৱক, শ্ৰীৰাধানাথ ফুকন বেদান্ত-বাচস্পতি ডাঙৰীয়াৰ মৃত্যুত অসম সাহিত্য সভাৰ এই সন্মিলনে গভীৰ বেদনা অনুভৱ কৰে আৰু পৱিত্ৰ আত্মাৰ কল্যাণ কামনা কৰি শোক সন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়।

৬। অসম সাহিত্য সভাৰ আজীৱন সভ্য আৰু অসম লোক সেৱা আয়োগৰ প্ৰাক্তন সভাপতি আৰু শিল্পপতি শ্ৰীযাদৱপ্ৰসাদ চলিহা, বিশিষ্ট সাংবাদিক শ্ৰীকেদাৰনাথ গোস্বামী, আজীৱন সাহিত্য-সেৱী আৰু সাংবাদিক শ্ৰীগুৰুক্ৰেশ্বৰ বৰা, ডিটেক্‌টিভ উপন্যাস ৰচক আৰু হাস্যৰসিক শ্ৰীপ্ৰেমনাৰায়ণ দত্ত, হৰিদয়াল পাঠক, নিৰ্ভীক বক্তা মধুসূদন দাস, আন্তৰ্জাতিক খ্যাতিসম্পন্ন আধুনিক কাব্যধাৰাৰ বিশিষ্ট পথপ্ৰদৰ্শক টি, এচ, এলিয়ট, :বিশিষ্ট বৈজ্ঞানিক জে, বি, এচ, হলদেন আদি বিশিষ্ট লোকসকলৰ বিয়োগত অসম সাহিত্য সভাৰ এই সন্মিলনে গভীৰ শোক প্ৰকাশ কৰে আৰু বিদেহী আত্মাসকলৰ শান্তি কামনা কৰে।

গৃহীত হল—
শ্ৰীডিম্বেশ্বৰ নেওগ,
সভাপতি।
১৮।১।৬৫

## দ্বিতীয় দিন

১। অসম সাহিত্য সভাই অসম শাসকীয় ভাষা অধিনিয়মখন কাৰ্য্যকৰী কৰিবৰ কাৰণে অবিৰত দাবী জনাই থকা স্বত্ত্বেও চৰকাৰে আজিলৈকে অধিনিয়মখন পৰিষ্কাৰভাবে কাৰ্য্যকৰী নকৰিলে। যোৱা ১৬ অক্টোবৰৰ (১৯৬৪) ভিতৰত অধিনিয়মখন কাৰ্য্যকৰী কৰিবৰ কাৰণে বিশেষভাৱে দাবী জনোৱাৰ ফলত চৰকাৰে ১ আগষ্টৰ পৰা (১৯৬৪) আঞ্চলিক পঞ্চায়ত, উন্নয়ন খণ্ড আৰু চব ডেপুটি চাৰ্কোল পৰ্য্যায়ত প্ৰয়োগ কৰাৰ কাৰণে এটা ঘোষণা মাত্ৰ দিয়ে। কিন্তু এই ক্ষেত্ৰতো আজিলৈকে সম্পূৰ্ণৰূপে কাৰ্য্যকৰী কৰি নোতোলাত অসম সাহিত্য সভাই ঘোৰ উদ্বেগ প্ৰকাশ কৰে। ইয়াৰ উপৰি চৰকাৰে অধিনিয়মখন সম্পূৰ্ণৰূপে কাৰ্য্যকৰী কৰাৰ কাল আৰু পাঁচ বছৰলৈ ম্যাদ বঢ়াই দিয়াত এই সভাই তীব্ৰ প্ৰতিবাদ কৰে, আৰু অহা ১৩ ছেপ্টেম্বৰৰ ভিতৰত ৰাজ্যিক শাসকীয় ভাষা সকলো পৰ্য্যায়তে সম্পূৰ্ণৰূপে প্ৰয়োগ কৰিবলৈ দৃঢ়ভাৱে দাবী জনায়।

প্ৰস্তাৱক : শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্তী
সমৰ্থক : শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ

২। অসমৰ নিজৰ বুৰঞ্জী আৰু ঐতিহ্যৰ জ্ঞান সকলো ছাত্ৰৰ বাবে অপৰিহাৰ্য্য, অথচ মাধ্যমিক স্তৰত অসম বুৰঞ্জী বাধ্যতামূলকভাৱে পঠনৰ কোনো ব্যৱস্থা নাই ; গতিকে অসম সাহিত্য সভাৰ এই অধিবেশনে অসম বুৰঞ্জী মাধ্যমিক স্তৰত বাধ্যতামূলকভাৱে পঢ়োৱাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ সংশ্লিষ্ট কৰ্ত্তৃপক্ষক অনুৰোধ জনায়।

প্ৰস্তাৱক : শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী
সমৰ্থক : শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দত্ত



৩। অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হোৱা স্বত্তেও উচ্চ মাধ্যমিক স্তৰলৈকে সকলো বিষয়ত আৰু স্নাতকোত্তৰ পৰ্য্যায়ত অসমীয়া বিষয়ৰো কোনো কোনো প্ৰশ্নকাকত ইংৰাজী ভাষাত কটা হোৱাত ছাত্ৰসকলৰ কাৰণে অসুবিধা হৈ পৰে। গতিকে উচ্চ মাধ্যমিক স্তৰলৈকে ইংৰাজীৰ বাহিৰে আন সকলো বিষয়তে আৰু স্নাতকোত্তৰ মহলালৈকে অসমীয়াতে কাটিবলৈ সংশ্লিষ্ট কৰ্ত্তৃপক্ষৰ ওচৰত অসম সাহিত্য সভাৰ এই অধিবেশনে দাবী জনায়।

প্ৰস্তাৱক : শ্ৰীনৰেন্দ্ৰ নাথ শৰ্ম্মা
সমৰ্থক : শ্ৰীহেৰম্ব বৰদলৈ

৪। গুৱাহাটী বিশ্ববিদ্যালয়ে গৱেষণা কাৰ্য্যত কেৱল ইংৰাজী ভাষাকেইহে স্বীকৃতি দি আহিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ বাবে অসমীয়া ভাষাকো গৱেষণাৰ মাধ্যম হিচাবে স্বীকৃতি দিয়াটো অপৰিহাৰ্য্য বিবেচনা কৰি অসম সাহিত্য সভাৰ এই অধিবেশনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষক অসমীয়া ভাষাকো গৱেষণাৰ ভাষা হিচাপে স্বীকৃতি দিবলৈ টানি অনুৰোধ জনায়।

প্ৰস্তাৱক : চৈয়দ আবদুল মালিক
সমৰ্থক : শ্ৰীমিনতি হাজৰিকা

৫। পাঠ্য-পুথি বাছনী সমিতিৰ দ্বাৰা অনুমোদিত বৰ্ত্তমানে প্ৰচলিত পাঠ্য-পুথিসমূহত আধ্যাত্মিক শিক্ষাসম্পন্ন পাঠ আদি নথকাত ছাত্ৰ-ছাত্ৰীসকলৰ আধ্যাত্মিক উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত বহুতো অসুবিধাৰ সৃষ্টি হোৱা দেখা গৈছে। ছাত্ৰ-ছাত্ৰীসকলৰ নৈতিক অৱনতি আৰু শৃঙ্খলাহীনতাৰ প্ৰতি দৃষ্টি ৰাখি তেওঁলোকৰ মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনৰ অৰ্থে আধ্যাত্মিক ভাৱ-সমৃদ্ধ পাঠ আদি পাঠ্য-পুথিসমূহ সন্নিৱেশ কৰাৰ আৱশ্যকতা

অসম সাহিত্য সভাই গভীৰভাৱে উপলব্ধি কৰি চৰকাৰক এই বিষয়ে আৱশ্যকীয় ব্যৱস্থা হাতত লবলৈ অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীবেদনাথ বৰঠাকুৰ
সমৰ্থক ঃ শ্ৰীজ্ঞানদালতা ছুৰবা

৬। অসম তথা ভাৰতৰ জাতীয় সংহতিৰ পৰিপুষ্টি সাধনৰ অৰ্থে অনা অসমীয়া মাধ্যমত চলা অসমৰ শিক্ষানুষ্ঠানসমূহত অসমীয়া ভাষাত শিক্ষা দান কাৰ্য্য আৰ্থিক অভাৱতেই হওক বা বিভাগীয় শিথিলতাৰ কাৰণেই হওক, আশাপ্ৰদভাৱে আগবাঢ়ি যোৱা দেখা নাযায়। গতিকে অসম সাহিত্য সভাৰ এই অধিৱেশনে এনে শিক্ষানুষ্ঠানসমূহত অসমীয়া ভাষা আৰু সাহিত্যৰ শিক্ষা-দানৰ আশু ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীৰমণীকান্ত শৰ্ম্মা
সমৰ্থক ঃ শ্ৰীভোলা নাথ দত্ত

৭। অসম আৰু নগাভূমিৰ জনগণৰ মাজত অতীতৰ পৰা থকা সামাজিক আৰু সাংস্কৃতিক ঘনিষ্ঠতালৈ লক্ষ্য ৰাখি জন-সাধাৰণৰ সুবিধাৰ অৰ্থে নগা-ভূমিৰ সকলো বিদ্যালয়তে ইচ্ছুক লোকসকলক অসমীয়া ভাষা সাহিত্য শিকিবৰ বাবে ব্যৱস্থা কৰি দিবলৈ অসম সাহিত্য সভাৰ এই অধিৱেশনে নগাভূমি ৰাজ্য চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীঅশ্বিনীচৰণ চৌধুৰী
সমৰ্থক ঃ শ্ৰীঅম্বেশ্বৰ চেতীয়া ফুকন

৮। উত্তৰ পূব সীমান্ত অঞ্চলৰ সকলো বিদ্যালয়তে শিক্ষাৰ মাধ্যম অসমীয়া বুলি স্বীকৃত হোৱা স্বত্বেও তাৰ বিদ্যালয়সমূহত



শিক্ষা-দানত অসমীয়া মাধ্যম প্ৰয়োগ কৰা ক্ষেত্ৰত এতিয়াও শিথিলতা দেখিবলৈ পাই অসম সাহিত্য সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে, আৰু আজিৰ এই অধিৱেশনে উত্তৰ পূব সীমান্ত অঞ্চলৰ সকলো বিদ্যালয়তে অসমীয়া মাধ্যমত শিক্ষা-প্ৰদানৰ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিবলৈ উত্তৰ-পূব সীমান্ত অঞ্চল প্ৰশাসনক অনুৰোধ জনায়।

সৰ্ব্বসন্মতিক্ৰমে গৃহীত
স্বাঃ শ্ৰীডিম্বেশ্বৰ নেওগ
সভাপতি ১৯-১-৬৫

প্ৰস্তাৱক ঃ ডঃ পদ্মেশ্বৰ গগৈ
সমৰ্থক ঃ শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা

## কাৰ্য্যনিৰ্বাহক সমিতি গঠন (১৯৬৫)

নতুন কাৰ্য্যনিৰ্বাহক সমিতি তলত দিয়াসকলোৰে গঠিত হ'ব :—

১। শ্ৰীডিম্বেশ্বৰ নেওগ, সভাপতি
২। শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, উপসভাপতি
৩। অধ্যাপক শ্ৰীহৰিপ্ৰসাদ নেওগ, প্ৰধান সম্পাদক
৪। শ্ৰীব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী, ধনভঁৰালী
৫। অধ্যাপক শ্ৰীযোগেশ দাস, পত্ৰিকা সম্পাদক
৬। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা
৭। ডক্টৰ মহেশ্বৰ নেওগ
৮। অধ্যাপক শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী
৯। অধ্যাপক শ্ৰীলীলা গগৈ
১০। শ্ৰীপ্ৰিয়দাস তালুকদাৰ
১১। শ্ৰীগোবিন্দচন্দ্ৰ পৈৰা
১২। শ্ৰীভবানন্দ ৰাজখোৱা
১৩। শ্ৰীজয়সিং দলৈ
১৪। শ্ৰীৰমা বৰঠাকুৰ

১৫। শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ
১৬। অধ্যাপক শ্ৰীপৰীক্ষিত হাজৰিকা
১৭। শ্ৰীখলিলুৰ ৰহমান
১৮। অধ্যাপক শ্ৰীবীৰেন বৰকটকী
১৯। অধ্যাপক শ্ৰীতুৰ্গেশ্বৰ শৰ্ম্মা
২০। শ্ৰীকুমাৰ মেধি
২১। অধ্যাপক শ্ৰীশশী শৰ্ম্মা

সৰ্ব্বসম্মতিক্ৰমে গৃহীত হ'ল।
স্বাঃ শ্ৰীডিম্বেশ্বৰ নেওগ
১৯-১-৬৫

## নিয়মাৱলী সংশোধন

অসম সাহিত্য সভাৰ নিয়মাৱলী তলত দিয়াৰদৰে সংশোধিত হ'ব।

২। 'ক' আখৰটো লোপ হ'ব আৰু 'খ'ৰ পৰা 'ঝ' লৈ যথাক্ৰমে 'ক' ৰ পৰা 'জ' হ'ব।

২৮। 'তুবছৰীয়া'ৰ ঠাইত এবছৰীয়া আৰু 'তুবাৰ'ৰ ঠাইত তিনিবাৰৰ হব।

৩৫। 'মুকলি'ৰ ঠাইত বাৰ্ষিক হব।

৩৮। চলিত বছৰৰ বৰঙণি আদায় কৰা সন্মিলনত উপস্থিত থকা সকলো প্ৰতিনিধি, কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্য, প্ৰাক্তন সভাপতি আৰু আজীৱন সভ্যই সন্মিলনৰ কাৰ্য্যত যোগদান আৰু ভোট দিব পাৰিব।

৪০। ৪ৰ্থ-৫ম শাৰীৰ 'কাৰ্য্যনিৰ্ব্বাহক···থব' বাদ পৰিব। ৮ম শাৰীত শাখা সভাৰ হব আৰু 'আৰু কাৰ্য্যনিৰ্ব্বাহক সমিতি'ৰ বাদ পৰিব। ১৫ শাৰীত নামৰ পিছত বৰ্ণানুক্ৰমিকভাৱে যোগ হব, ১৬ শাৰীত 'কাৰ্য্যনিৰ্ব্বাহক সমিতি' বাদ পৰিব। ১৭ শাৰীত পোন্ধৰৰ পৰিৱৰ্ত্তে কুৰি হব আৰু ১৯ শাৰীত 'নিৰ্ব্বাচিত হব' ৰ ঠাইত নিৰ্ব্বাচিত হৈছে বুলি কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে ঘোষণা কৰিব।



৪২। অপৰাগ হলে ৰ পিছত 'বা কাৰ্য্যকালৰ ভিতৰত সেই পদ খালী হলে' সোমাব। আৰু নিৰ্ব্বাচন-সংক্ৰান্ত চিঠিপত্ৰ চীল-মোহৰ মাৰি গোপনীয়ভাৱে পঠিয়াব লাগিব।

৪৪। (১) (ক) '৩৯'ৰ ঠাইত ৪১ হ'ব।

৪৪। (৩) (ছ) 'তাক' বাদ পৰিব।

৪৯। (খ) 'অনুমোদনক্ৰমে'ৰ ঠাইত 'পৰামৰ্শক্ৰমে হব।

## উপবিধি

১। ১ (ক) হ'ব।

নতুনকৈ যোগ হ'ব।

১ (খ) প্ৰত্যেক শাখা সভাই পত্ৰিকাৰ গ্ৰাহক হ'ব লাগিব আৰু বছেৰেকীয়া বৰঙণিৰ লগত অন্ততঃ এখন পত্ৰিকাৰ এবছৰৰ বৰঙণি আদায় দিব লাগিব।

সৰ্ব্বসম্মতিক্ৰমে গৃহীত
স্বাঃ শ্ৰীডিম্বেশ্বৰ নেওগ
সভাপতি
১৯-১-৬৫

প্ৰধান সম্পাদক
১৯-১-৬৫

# অসম সাহিত্য সভা

## আয়-ব্যয়ৰ হিচাপ—১ এপ্ৰিল ১৯৬৪-অৰ পৰা ৩১ ডিচেম্বৰ ১৯৬৪

| জমা | কেঃ কাঃ | গুঃ কাঃ | মুঠ |
|---|---|---|---|
| আৰম্ভণী উদ্বৃত : | | | |
| নগদ | ৬০·১৭ | ৮২·১৩ | ১৪২·৩০ |
| বেংক অসম কোঃ এপেক্স বেংক লিঃ | | | |
| যোৰহাট শাখাত | | ২,২১০·৬৪ | ২,২১০·৬৪ |
| গুৱাহাটী শাখাত | | ৫,১৬২·১৬ | ৫,১৬২·১৬ |
| বৰঙণী : | | | |
| শাখাসভা | ২,৬৪৯·৫০ | ৭৬·৫০ | ২,৭২৬০০ |
| স্বীকৃত সভা | ৭০·০০ | | ৭০·০০ |
| পোনপটীয়া সভা | ২·০০ | | ২·০০ |
| আজীৱন সভ্যঃভৰ্ত্তি | ১৩·০০ | ২·০০ | ১৫·০০ |
| প্ৰকাশন : সাধাৰণ | ৫,৪৯৮·৮৯ | | ৫;৪৯৮·৮৯ |
| অসম সাহিত্য সভা পত্ৰিকা | ৯৪৫·৪৭ | ৩·০০ | ৯৪৮·৪৭ |

| খৰচ | কেঃ কাঃ | গুঃ কাঃ | মুঠ |
|---|---|---|---|
| দৰ্মহা | ২,৩৭৪·০০ | ৩৬৭·৪০ | ২,৭৪১·৪০ |
| ভ্ৰমণ বানচ আদি | ১,৩৯১·৫৭ | ১,৪৫৪·৭৭ | ২,৮৪৬·৩৪ |
| ডাক আৰু তাঁৰ | | | |
| ডাক | ১,৯৪২·৪৮ | ১৫৬·৪০ | ২,০৯৮·৮৮ |
| তাঁৰ | ৯০·৭০ | ৬০·৫০ | ১৫১·২০ |
| টেলিফোন | ৩০·০৫ | ২২·০১ | ৫১·০৬ |
| অৰ্থপ্ৰেৰণ | ৫·৮২ | ৯·১২ | ১৪·৯৪ |
| পৰিৱহন | ৬৮৩·৬৪ | ১৭·১০ | ৭০০·৭৪ |
| খাজনা আৰু কৰ : | | | |
| মাটিৰ খাজনা | | | |
| পৌৰ সভাৰ কৰ | ৩৪·৫০ | | ৩৪·৫০ |
| বিজুলী আদি | ১১৯·০০ | | ১১৯·০০ |

| জমা | কেঃকাঃ | গুঃ কাঃ | মুঠ |
|---|---|---|---|
| সঙ্কট কালীন | | | |
| বেঙ্কৰ জমাৰ বাঢ়ি | | | |
| সাধাৰণ হিচাপ | | ২৫·৯০ | ২৫·৯০ |
| আজীৱন সভ্যৰ অক্ষয় পুঁজি | | ৪৮০·০০ | ৪৮০·০০ |
| বিবিধ : | | | |
| চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ ভাৰা | ১০·০০ | | ১০·০০ |
| পতাকা বিক্ৰী আদি | ৫২১·৩৯ | ২০·০০ | ৫৪·১৩৯ |
| অসমীয়া ভাষাজ্ঞান প্ৰমাণপত্ৰ পৰীক্ষা | ৫৪·০০ | | ৫৪·০০ |
| অন্যান্য পুৰণা কাগজ বিক্ৰী | ১৬·৭৫ | | ১৬·৭৫ |
| স্থগিত হিচাপ | ৫০·০০ | | ৫০·০০ |
| বিশেষ পুঁজি : | | | |
| ১) অক্ষয় পুঁজি আজীৱন সভাৰ পুঁজি | ১,৪০০·০০ | ২০০·০০ | ১,৬০০·০০ |
| ২) অক্ষয় পুঁজিৰ বাঢ়ি : | | | |
| হৰিহৰ চৌধুৰী বটা পুঁজি | — | ৭০·০০ | ৭০·০০ |
| দাক্ষিণপাট অধিকাৰ গোস্বামী অক্ষয় পুঁজি | — | ১০০·০০ | ১০০·০০ |
| চন্দ্ৰকান্ত ইন্দ্ৰকান্ত : সামাজিক সমাৰোহ পুঁজি | — | ১০৮·৫০ | ১০৮·৫০ |
| কমলাদেৱী স্মাৰক পুঁজি | — | ১৪০·০০ | ১৪০·০০ |
| ৩) চৰকাৰী অনুদান প্ৰকাশন | — | ৯,০০০·০০ | ৯,০০০·০০ |

| খৰচ | কেঃ কাঃ | গুঃ কাঃ | মুঠ |
|---|---|---|---|
| আচবাব আৰু সঁজুলি | | | |
| আলমাৰি | ২০৫·০০ | ৯৯০·০০ | ১,১৯৫·০০ |
| অন্যান্য | ৫·৬২ | | ৫·৬২ |
| লেখন সামগ্ৰী আদি | ৬৯৫·০৩ | ৫৫·৬৭ | ৭৫০·৭০ |
| নৈমিত্তিক ব্যয় | ৪২৫·১৮ | | ৪২৫৫.৮ |
| মুদ্ৰণ আৰু প্ৰকাশন : | | | |
| সাধাৰণ প্ৰচাৰ আৰু প্ৰকাশন | | | |
| ক্ষুদ্ৰ মুদ্ৰণ | ৫৫০·৭৬ | ১০৩·২০ | ৬৫৩·৯৬ |
| সাধাৰণ প্ৰচাৰ | | | |
| বিজ্ঞাপন আদি | ১৫৮·৪০ | ১৯৯·০০ | ৩৫৭·৪০ |
| পুথি বিক্ৰী ব্যৱস্থা, প্ৰদৰ্শনী আদি | ৪১৩·৫০ | | ৪১৩·৫০ |
| প্ৰকাশন : অসম সাহিত্য সভা পত্ৰিকা : | | | |
| ছপা খৰচ | | ৬১১·০০ | ৬১১·০০ |
| পৰিশ্ৰমিক, লেখন সামগ্ৰী, ডাক | — | — | — |
| গ্ৰন্থাগাৰ : কিতাপ আলোচনী | ৭২·৪৯ | ১২·০০ | ৮৪·৪৯ |
| প্ৰকাশন : | | | |
| সাধাৰণ | — | ২,২৩৫·০০ | ২,২৩৫·০০ |
| বিবিধ : | | | |
| হিচাপ পঞ্জী | | — ৩৫০·০০ | ৩৫০·০০ |

| জমা | কাঃ গুঃ | কেঃ কাঃ | মুঠ |
|---|---|---|---|
| ৪) ৰাধাকান্ত সন্দিকৈ পুঁজি | ৪'০০ | — | ৪'০০ |
| ৫) চন্দ্ৰকান্ত স্মাৰক পুঁজি | ৩৪৫'০৬ | — | ৩৪৫'০৬ |
| আজীৱন সভ্যৰ পুঁজি : | | | |
| বেঙ্কৰ পৰা উলিৱা হয় | | ৬,০০০'০০ | ৬,০০০'০০ |
| মুঠ— | ১০,৯৩১'৫৬ | ২৪,৪৪০'৫০ | ৩৫,২৭১'৫৬ |

| খৰচ | গুঃ কাঃ | কেঃ কাঃ | মুঠ |
|---|---|---|---|
| ৰাধাকান্ত সন্দিকৈ স্মৃতি দিৱস | — | — | — |
| সমিতি আদিৰ বৈঠক | ২৯'২৫ | ২৮'৭৫ | ৫৮'০০ |
| বেঙ্কৰ ভৰণি | — | ১২'২১ | ১২'২১ |
| ভাষাশিক্ষা আৰু সাংস্কৃতিক সমন্বয় | — | ৩৬০'০০ | ৩৬০'০০ |
| অসমীয়া ভাষাজ্ঞান পৰীক্ষা | — | — | — |
| চন্দ্ৰকান্ত সন্দিকৈ দিৱস | ৫৮'৩১ | — | ৫৮'৩১ |
| বিশেষ পুঁজি | | | |
| চৰকাৰৰ : প্ৰকাশন আঁচনি | — | ৬,০৯০'৯৫ | ৬'০৯০'৯৫ |
| অক্ষয় পুঁজিৰ বাঢ়ি পুঁজি | | | |
| দক্ষিণপাট অধিকাৰ গোস্বামী | | | |
| অক্ষয় পুঁজ (আয়কৰ কৰ্ত্তন) | — | ৩০'২৫ | ৩০'২৫ |
| সামৰণী উদ্ধৃত : | | | |
| নগদ | ৯২'৭৬ | ৭৫'৫৫ | ১৬৮'৩১ |
| বেঙ্ক : অঃ কোঃ এপেক্স বেঙ্ক লিমিটেড | | | |
| যোৰহাট শাখা | ১,৫৫৩'০০ | ৩,৭১৮'৫৬ | ৫,২৭১'৫৬ |
| গুৱাহাটী শাখা | — | ১,৩৮১'০৬ | ১,৩৮১'০৬ |
| আজীৱন সভাৰ পুঁজি : ডাক ঘৰত জমা | | ৬,০০০'০০ | ৬,০০০'০০ |
| মুঠ— | ১০,৯৩১'৫৬ | ২৪,৪৪০'৫০ | ৩৫,২৭'১৫ |

স্বাক্ষৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ,
সভাপতি, অসম সাহিত্য সভা।

স্বাঃ মহেশ্বৰ নেওগ
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

গুৱাহাটী।
১৫।১।৬৫

স্বাঃ মঃ চাকী
চাৰ্টাৰ্ড একাউন্টেন্ট,
হিচাপ পৰীক্ষক

# অসম সাহিত্য সভাৰ
# নলবাৰী সন্মিলন, ১৯৬৫

## শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ দ্বাত্ৰিংশ নলবাৰী সন্মিলন ইং ১৯৬৫ চনৰ ১৭, ১৮ আৰু ১৯ জানুৱাৰীত হৈ যায়।

এই সকলে অসম সাহিত্য সভাৰ আৰু সভাৰ নলবাৰী সন্মিলনৰ কৃতকাৰ্য্যতা কামনা কৰি পত্ৰ আৰু তাঁৰ পঠিয়ায়—প্ৰাক্তন সভাপতি শ্ৰীপদ্মধৰ চলিহা, অসমৰ ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়, অসমৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, অখিল ভাৰতীয় প্ৰাচ্য-বিদ্যা সন্মিলনৰ গুৱাহাটী অধিবেশনৰ সভাপতি শ্ৰীবাসুদেৱ শৰণ অগ্ৰৱাল, ভাৰতীয় বিদ্যাভৱনৰ সভাপতি শ্ৰীকে-এম মুন্সী, অসমৰ শিক্ষামন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱা, শুল্কমন্ত্ৰী শ্ৰীসিদ্ধিনাথ শৰ্ম্মা, নগাভূমিৰ মুখ্যমন্ত্ৰী শ্ৰীশ্বিলু আও, শ্ৰীমহীচন্দ্ৰ বৰা, আসাম টি,বিউন আৰু অসম বাণীৰ সম্পাদক শ্ৰীসতীশ চন্দ্ৰ কাকতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ বঙলা বিভাগৰ প্ৰধান শ্ৰীযতীন্দ্ৰমোহন ভট্টাচাৰ্য্য, ইংৰাজী শিক্ষন বিভাগৰ প্ৰধান ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামী, শ্ৰীনকুলচন্দ্ৰ ভূঞা, শ্ৰীযোগেন্দ্ৰ নাথ হাজৰিকা এম-পি, শ্ৰীবিপিন কুমাৰ বৰগোহাঞি, শ্ৰীমোহন চন্দ্ৰ মহন্ত (যোৰহাট), সীমান্তৰ ডেকা সাহিত্যিক শ্ৰীটাগাং টাকি, শ্ৰীকেৰামত আলি, শ্ৰীদেৱেন্দ্ৰ নাথ শৰ্ম্মা এম-এল-এ,

শ্ৰীভগৱান দাস দাগা (জলপাইগুৰি), শ্ৰীকেশৱদেও ৰাও (মুকুন্দগড়, ৰাজস্থান), শ্ৰীমঃ জয়নাল আবেদিন (আগমণি, ধুবুৰী)।

অধ্যাপক বাসুদেৱ শৰণ অগ্ৰৱালে তেখেতৰ বাণীত কয়,—"I have (fallen in love with the culture of the Assamese people. The more I know of the literature and religion of these people the more my admiration grows for them. I can never forget massive learning and devotion of your great teacher Sankar Deva who was one of the greatest saints and men of genius that our country has seen. He lived to an advanced age of 120 years and during his great wandering throughout the country created a national consciousness for the people of Assam. I am told the met the great leaders of thought of his time (1449—1569). His dynamic personality was profoundly created and the power of his mind has left behind a permanent impress on the culture and literature of Assam. I am confident that Assam has a great future before it and the Asam Sahitya Sabha should play its important role in recreating the ancient ideals of the Assamese people. It should undertake the collection of manuscripts in Sanskrit and Assamese, getting them properly edited and published, compilation of histories and art material."

---

## নলবাৰী অধিবেশনৰ

### বিষয়-বাছনী সভা

**সভাপতি :**—শ্ৰীডিম্বেশ্বৰ নেওগ (নিৰ্ব্বাচিত)

**কাৰ্য্য-নিৰ্ব্বাহক সমিতি :**—শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ, সভাপতি ডঃ মহেশ্বৰ নেওগ, প্ৰধান সম্পাদক, শ্ৰীহৰিপ্ৰসাদ নেওগ, সহকাৰী সম্পাদক, শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা, সহকাৰী সম্পাদক, শ্ৰীনৰেন্দ্ৰ নাথ শৰ্ম্মা, ধনভৰালী, শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, পত্ৰিকা সম্পাদক, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, শ্ৰীমহেশ দেৱ গোস্বামী, শ্ৰীব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰী, শ্ৰীবীৰেন্দ্ৰকুমাৰ বৰকটকী, শ্ৰীবেদনাথ বৰঠাকুৰ, শ্ৰীউমাকান্ত শৰ্ম্মা, শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ, শ্ৰীধৰ্ম্মকান্ত গোহাঁই, শ্ৰীকুমাৰ মেধি, শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱা।

**প্ৰাক্তন সভাপতি :**—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীবেণুধৰ শৰ্ম্মা, শ্ৰীনলিনীবালা দেৱী।

**আজীৱন সভ্যৰ প্ৰতিনিধি :**—শ্ৰীহৰিপ্ৰসাদ বৰুৱা, শ্ৰীজয়চন্দ্ৰ বৰুৱা, ডাঃ নবীন বৰদলৈ, শ্ৰীভোলানাথ দত্ত, শ্ৰীহৰকান্ত দাস, শ্ৰীছেৰাফুল হুচেইন, শ্ৰীমোক্ষদাপ্ৰসাদ বৰুৱা।

**অভ্যৰ্থনা সমিতিৰ প্ৰতিনিধি :**—শ্ৰীজয়দেৱ শৰ্ম্মা, শ্ৰীআদ্যনাথ শৰ্ম্মা, শ্ৰীশশিভূষণ চৌধুৰী।

**শাখা সভাৰ প্ৰতিনিধি :**—শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা, প্ৰিয়দাস তালুকদাৰ, ভদ্ৰকৃষ্ণ গোস্বামী, ভোগেশ্বৰ গগৈ, ধীৰেণ বৰুৱা, উজ্জ্বল শইকীয়া (**ডিগবৈ সাহিত্য সেৱা সমিতি**), পাৰ্ব্বতী দেৱী বৰুৱা, সতীশ

ডেকা, ৰাজ্যমল ডেকা, আব্দুল হক্ চৌধুৰী, নীৰদা ভূঞা লহকৰ, হৰেশ্বৰ শৰ্ম্মা, অতুল বৰুৱা, প্ৰভাত ডেকা (**ডুমডুমা সাহিত্য সভা**), লীলা গগৈ, ৰবীন মিশ্ৰ, জগত চেতিয়া, তৰুণ কাকতি, যতীন শইকীয়া (**ৰংপুৰ সাহিত্য সভা**), জিতেন্দ্ৰনাথ দত্ত, বসন্ত দত্ত, প্ৰফুল্ল দত্ত, প্ৰেমধৰ কাকতি, কামালুদ্দিন আহমদ, এলি আহমদ, মতিদেৱ শৰ্ম্মা, হুলেশ্বৰ বেজবৰুৱা (**নাজিৰা সাহিত্য সভা**), কমলেশ্বৰ বৰা, ৰজনী ঠাকুৰ, কিৰণ চন্দ্ৰ গোস্বামী (**টীয়ক সাহিত্য সভা**), উমেশ্বৰ গোস্বামী, মণি দত্ত, পূৰ্ণকান্ত কাকতি (**প্ৰগতি অসম সাহিত্য সভা**), ধৰ্ম্মেশ্বৰ ডেকা (**ভাৰতী অধ্যয়ন চক্ৰ**), জ্যোতিৰ্ম্ময়ী দেৱী, শ্ৰীমান চক্ৰৱৰ্ত্তী, কালি ৰাম শইকীয়া, অমূল্য নাথ, যতীন ফুকন, ৰেবা বৰা, টংকেশ্বৰ হাজৰিকা, জ্ঞানদা বৰা, হৰেন্দ্ৰ গায়ন, ফণী গায়ন, লংকেশ্বৰ গায়ন (**নগাওঁ সাহিত্য সভা**), মৃণালিনী বৰদলৈ, পুণ্য বৰা, নীলিমা দাস, অনিতা বৰবৰা, লক্ষ্মী নেওগ, অনিমা বৰুৱা, ফাতেমা খাটুন, আনন্দচন্দ্ৰ বৰুৱা, দেৱপ্ৰসাদ বৰুৱা, গোবিন্দচন্দ্ৰ বৰুৱা, হৰেন্দ্ৰকুমাৰ ভড়ালী, বদনচন্দ্ৰ গগৈ, অমলকমল শৰ্ম্মা, মাখনচন্দ্ৰ বৰা, সজেন্দ্ৰনাথ বৰদলৈ, খগেন দত্ত, গণেশ ৰাজকুমাৰ, ক্ষিতীশ ফুকন, খৰ্গকান্ত মজিন্দাৰ বৰুৱা, বংশী শইকীয়া, ধৰ্ম্মেশ্বৰ বৰুৱা, লীলাধৰ চাৰিঙ্গীয়া, শিৱ বৰুৱা, টংক্কেশ্বৰ দত্ত, ৰঞ্জন ৰাজকুমাৰ, ৰমা বৰঠাকুৰ, ডিম্ব ৰাজকুমাৰ, লোহিত গগৈ, বকুল নেওগ, মিনতি হাজৰিকা, ৰাজম আমল (**যোৰহাট সাহিত্য সভা**), মহেন্দ্ৰ-নাৰায়ণ চৌধুৰী, দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য, প্ৰতাপচন্দ্ৰ তালুকদাৰ, শশিনাথ শৰ্ম্মা, ভবেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা (**নলবাৰী সাহিত্য সমাজ**), প্ৰভাতচন্দ্ৰ হাজৰিকা (**হাতীচোং সাহিত্য সভা**), প্ৰমোদ শৰ্ম্মা, নৰেন্দ্ৰ দেৱ শাস্ত্ৰী, সত্যেন্দ্ৰ নাথ শৰ্ম্মা, (**ঢেকিয়াজুলী সাহিত্য সভা**, দৰং) ক্ষেত্ৰধৰ বৰগোহাঁই, উমেশচন্দ্ৰ তালুকদাৰ, বাণীকান্ত বৰঠাকুৰ, গহীনচন্দ্ৰ বৰ্ম্মণ (**তিনিচুকীয়া সাহিত্য সভা**), অম্বেশ্বৰ চেতিয়া ফুকন, নীলকান্ত বৰুৱা, সত্যেন্দ্ৰ তাঁতী, জয়কান্ত বুঢ়াগোহাঁই,



ফটিক বৰঠাকুৰ, সুপ্ৰভা চেতিয়া ফুকন (**সোণাৰী সাহিত্য সভা**), সত্যপ্ৰসাদ বৰুৱা, ৰামেশ্বৰ বৰা, দীননাথ বৰা, ৰমেন বৰুৱা (**বালিগাওঁ সাহিত্য সভা**), গোকুল কটকী, প্ৰমোদ বৰুৱা (**মেটেকা সাহিত্য সভা**), যোগেশ্বৰ বৰা, দেবেন্দ্ৰ মহন্ত, কুশচন্দ্ৰ তামুলী, ৰবীন্দ্ৰ গোস্বামী, কনক বৰা (**কলিয়াবৰ সাহিত্য সভা**), খলিলুৰ ৰহমান, দিব্যনাথ শৰ্ম্মা, শৰৎচন্দ্ৰ ৰয়, হৈৰন্দ্ৰ বৰ্ম্মণ (**প্ৰতাপগঞ্জ সাহিত্য সভা**), হেম বুঢ়া গোহাঁই (**বকতা সাহিত্য সভা**), হৰিমণ বৰ্ম্মণ (**চতিয়া সাহিত্য সভা**), ৰমেশ্চন্দ্ৰ চক্ৰৱৰ্ত্তী, কৰুণাকান্ত ভট্টাচাৰ্য্য (**পকোৱা মৌজা সাহিত্য সভা**), কমলেশ্বৰ সন্দিকৈ, মহেন্দ্ৰ গোস্বামী, হেমচন্দ্ৰ শৰ্ম্মা (**জ্ঞানোদয় সাহিত্য সভা**), দধিৰাম বৰা, ব্ৰজেন্দ্ৰ বৰা, লক্ষ্মী গগৈ, হেম চেতিয়া, ভোলানাথ বৰা (**নিতাই পুখুৰী সাহিত্য সভা**), দণ্ডিধৰ ফাটোৱালী, পবিন্দ্ৰনাথ শাস্ত্ৰী (**ডাঙৰী সাহিত্য সভা**) সুৰেন্দ্ৰনাথ শৰ্ম্মা, মহেন্দ্ৰ শৰ্ম্মা (**টিহু সাহিত্য সভা**), ৰশ্মিনাথ শৰ্ম্মা (**চণ্টক সাহিত্য সভা**), প্ৰসন্নকুমাৰ হাজৰিকা, দ্ৰোণকান্ত কলিতা (**ডুলিয়া-জান সাহিত্য সভা**), সৰ্ব্বেশ্বৰ দত্ত, কমলচন্দ্ৰ দত্ত, নিত্যানন্দ বৰুৱা (**গড়মূৰ সাহিত্য সভা**) ৰায়মণি ৰাজবংশী বীৰেন্দ্ৰকুমাৰ ৰাজবংশী, বিপিন ৰাজবংশী, (**শিলচৰ সাহিত্য সভা**), ৰমেশচন্দ্ৰ বৰকাকতি, কুমুদচন্দ্ৰ বৰদলৈ (**উত্তৰ গুৱাহাটী সাহিত্য সভা**), ভদ্ৰেশ্বৰ ফুকন, গঙ্গাধৰ ব্ৰাহ্মণ (**মেৰমুখ সাহিত্য সভা**), যোগেন্দ্ৰ কলিতা, যতীন দাস, শ্ৰীমান চক্ৰৱৰ্ত্তী, ভগৱান মৰল (**গুৱালকুছি জ্যোতি সাহিত্য সভা**), দুৰ্গাপ্ৰসাদ বুজৰবৰুৱা, ৰমণীকান্ত শৰ্ম্মা, ইছলামুদ্দিন আহম্মদ (**বৰমা সাহিত্য সভা**), কৃষ্ণকুমাৰ ডেকা, খগেন বৰা, (**মনচুন কলা পৰিষদ**), লোকনাথ বৰা, গোকুলচন্দ্ৰ মহন্ত (**কলবাৰী সাহিত্য সভা**), গোকুলচন্দ্ৰ ডেকা, বৃন্দাবন গোস্বামী, ভবানী শৰ্ম্মা (**সুৰ্য্যোদয় সঙ্ঘ**), টংকেশ্বৰ শৰ্ম্মা, গোলোক চহৰীয়া, ৰমেশ চহৰীয়া, আনন্দৰাম নাথ (**টংলা সাহিত্য সভা**)

দেবেন্দ্রনাথ শৰ্ম্মা, কমলচন্দ্ৰ বায়ন (**ধুবুৰী সাঃ সভা**), প্ৰবীনকুমাৰ কাকতি, বসন্ত কুমাৰ চুতীয়া, শশ বৰুৱা (**ডিব্ৰুগড় বৰপথাৰ সাঃ সভা**), ৰমণী কান্ত শৰ্ম্মা, মাধৱচন্দ্ৰ মহন্ত, দেবেন্দ্ৰ নাথ শৰ্ম্মা, সৰ্ব্বেশ্বৰ দাস (**কোকৰাঝাৰ সাহিত্য সভা**), দেবেন্দ্ৰ নাথ শইকীয়া, ভোগেশ্বৰ শইকীয়া (**দিটেনগৰ সাহিত্য সভা**), মাধবেশ্বৰ গোস্বামী, ধনঞ্জয় গোস্বামী (**ডিমাপুৰ সাহিত্য সভা**), নবীন সোণোৱাল, হেম বৰা, (**সেউজী কানন**), নগেন্দ্ৰনাথ বৰা, ডিম্বেশ্বৰ গগৈ, বিশ্বনাথ বেজবৰুৱা, ৰূপেশ্বৰ শৰ্ম্মা (**মৰিয়ণী সাঃ সভা**), যোগেন্দ্ৰ নাথ নেওগ, দুৰ্গেশ্বৰ বৰা, উপেন হাজৰিকা, প্ৰদীপ ভৰালী, ৰবীন্দ্ৰনাথ বৰদলৈ, তোবেশ্বৰ বৰা (**চাৰিগাওঁ সাঃ পৰিষদ**), শ্ৰীযোগেশ দাস, হেমৰথ বৰ্ম্মণ, ফনী তালুকদাৰ, মহেন্দ্ৰ বৰুৱা, জাহিদ চৌধুৰী (**গুৱাহাটী সাঃ সভা,**) ডঃ পদ্মেশ্বৰ গগৈ, দুৰ্গেশ্বৰ শৰ্ম্মা, বিপিন চন্দ্ৰ গোস্বামী, ধনেশ্বৰ চক্ৰৱৰ্ত্তী, শুভচন্দ্ৰ বৰুৱা, কনকচন্দ্ৰ ডেকা, তৰেন্দ্ৰনাথ কলিতা, ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা (**সবিতা সভা**), কৃষ্ণনাথ বৰুৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, ব্ৰজপতি মহন্ত, ভবেন দেৱ শৰ্ম্মা, হৰকান্ত শৰ্ম্মা, (**জ্ঞানোদয় সমাজ**), পদ্মকান্ত বৰুৱা, জয়সিং দাস, যোগ কোঁৱৰ, বোণেও ইংটি, যোগ নেওগ, যাদৱ শৰ্ম্মা, নগেন বৰা, মুকুল বৰুৱা, মোহন সিং টেৰণ (**ডিফু সাঃ সভা**), দুলাল ভূঞা (**ছিলং মুকুল সংঘ**), নগেন্দ্ৰনাথ শৰ্ম্মা, ফণীদত্ত, তিলেন্দ্ৰ মহন্ত (**নাহৰকটীয়া সাঃ সভা**), ললিত শৰ্ম্মা বৰুৱা, নিত্যানন্দ বৰুৱা, চন্দ্ৰকান্ত শৰ্ম্মা (**উঃ লক্ষীমপুৰ সাঃ সভা**), শৰৎচন্দ্ৰ গোস্বামী, চুজাউদ্দিন আহমদ, কমলা গগৈ, কামিনী গগৈ (**টীংখাং সাঃ সভা**), অৰুণ চন্দ্ৰ গোস্বামী, কৃপাল গোস্বামী, সুৰেন্দ্ৰনাথ শৰ্ম্মা (**কুৱালগুৰি সাঃ সভা**), খগেন্দ্ৰনাথ ভূঞা (**শলগুৰি মুকুল সাঃ সভা**), ৰঞ্জিৎ পাঠক, অৰ্জ্জুন দাস, ভুৱন বৰুৱা (**বৰপেটা সাঃ সভা**), নৰেন্দ্ৰনাথ বৰ্ম্মণ, ক্ষীতেশ্বৰ শৰ্ম্মা, সুনন্দ হৰি শাস্ত্ৰী (**ওদালগুৰি সাঃ সভা**), ডিম্বেশ্বৰ বৰা, বিনোদ শৰ্ম্মা (**উদয়**



**সাঃ সভা**), সুৰেন্দ্ৰনাথ বৰদলৈ, পৰেশ বৰুৱা, বিপিন কাকতি (**ন-আলি ঢেকিয়াজুলী সাঃ সভা**), হেড়ম্ব বৰদলৈ, অশ্বিনী চৌধুৰী, পৰীক্ষিত হাজৰিকা, শ্ৰীমৎস্বামী বালগোবিন্দ পৰমপন্থী, প্ৰিয়াংশু উপাধ্যায়, আশীষকুমাৰ গাংগুলি, প্ৰফুল্ল ভট্টাচাৰ্য্য, ভুৱন ডেকা, পৰেশ শৰ্ম্মা, জ্ঞানদালতা দুৱৰা, সুপ্ৰভা দত্ত, কুঞ্জলতা দেৱী, পদ্মবালা লহকৰ, সুশীলচন্দ্ৰ দাস, প্ৰফুল্ল বৰদলৈ, সুৰেন্দ্ৰ শৰ্ম্মা (**ডিব্ৰুগড় সাঃ সভা**), পোনা ৰাম বৰগোহাঁই, প্ৰফুল্ল দত্ত, জিতেন শৰ্ম্মা, চামচুল আহম্মদ হাজৰিকা, মহেন্দ্ৰ বৰঠাকুৰ, গিৰীন্দ্ৰ ৰাজখোৱা, নৰ ওজা (**মাকুম সাঃ সভা**), আনন্দচন্দ্ৰ শৰ্ম্মা, উৰ্ম্মিলা দেৱী **পূব ঘিলাধাৰী সাঃ সভা**), ভীমকান্ত কোঁৱৰ, প্ৰদীপকুমাৰ বৰা, বুদ্ধেশ্বৰ বুঢ়াগোহাঁই, মোক্ষেশ্বৰ নেওগ, (**কোঁৱৰপুৰ সাঃ সভা**), শচীন দাস, হৰেন্দ্ৰ শৰ্ম্মা, মুনীন্দ্ৰ নাথ শৰ্ম্মা, যামিনীমোহন শৰ্ম্মা (**পাঠশালা সাঃ সভা**), হেমকান্ত শৰ্ম্মা, প্ৰফুল্ল ভাগৱতী, ব্ৰজনাথ দাস, (**ধমধমা সাঃ সভা**), নবীন গোহাঁই, (**ডিমৌ সাহিত্য সভা**), কমলা শইকীয়া (**দিখৌমুখ সাহিত্য সভা**), ভৱানন্দ ৰাজখোৱা, তিলক দাস, গজেন্দ্ৰনাথ চহৰীয়া, পদ্মৰাম দাস, অনন্ত দেৱশৰ্ম্মা, ইব্ৰাহিম আলি, বধা নাৰায়ণ কোঁৱৰ (**মঙ্গলদৈ সাঃ সভা**), আত্মনাথ গোস্বামী, ৰঘুনাথ শৰ্ম্মা, খগেন কলিতা, (**মাজিৰগাওঁ সাহিত্য সভা**), নিত্যানন্দ বৰগোহাঁই, দুলাল শইকীয়া, ফটিক কোঁৱৰ (**কহিমা সাহিত্য সভা**), শিৱপ্ৰসাদ বৰুৱা, মুনীন বৰকটকী, (**দক্ষিণ গুৱাহাটী সাহিত্য সভা**), আব্দুল হামিদ, তৰণীকান্ত শৰ্ম্মা, নীলকান্ত মহন্ত, বৈকুণ্ঠ নাথ শৰ্ম্মা (**ৰঙীয়া আলোচনী সভা**), ৰমেশচন্দ্ৰ ডেকা, (**বৰক্ষেত্ৰী সাঃ সভা**), কুসুম শৰ্ম্মা, অৰুণ শৰ্ম্মা, (**পশ্চিম ৰৰিগোগ সাহিত্য সভা**), তাৰিণী শৰ্ম্মা (**দুনী সাহিত্য সভা**), শ্ৰীনৰকান্ত গগৈ, চেনীৰাম গোহাঁই (**নামতি সাহিত্য সভা**), শ্ৰীদুলাল বৰদলৈ, প্ৰফুল্ল বৰা, ইমতাহান আলি (**দেৰগাওঁ সাহিত্য সভা**), প্ৰসন্ন মহন্ত, (**ঢেকিয়া জ্যোতি সাহিত্য সভা**)।

## স্বীকৃত সভাৰ প্ৰতিনিধি

### নলবাৰী অধিবেশন

শ্ৰীঅপূৰ্ব্ব বৰপূজাৰী ( **শান্তি সাহিত্য মন্দিৰ** ), শ্ৰীৰমেশ চন্দ্ৰ ফুকন, (**নগাওঁ কলংপৰীয়া আলোচনা চক্ৰ** ), শ্ৰীজয়ৰাম বৰগোহাঁই ( **অৰুণ সাহিত্য সংঘ** ), শ্ৰীপূৰ্ণকান্ত নাথ ( **মলয়া আলোচনা চক্ৰ** ), শ্ৰীলম্বোদৰ কলিতা ( **অঃ ভাঃ উঃ সাঃ সভা** ), শ্ৰীবিপিন চন্দ্ৰ গোস্বামী ( **সাহিত্য বিকাশ চ'ৰা** )।

**নেফাৰ প্ৰতিনিধি ঃ**—শ্ৰীলুম্বেৰ দাই, শ্ৰীটাগং টাকি, শ্ৰীতাদাক চাৰ, শ্ৰীপেম আন্দু।

**দৰং নেপালী ছাত্ৰ সন্থা ঃ**—

শ্ৰীনাৰদ উপাধ্যায়, শ্ৰীলক্ষ্মী উপাধ্যায়।

প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## অধিবেশনৰ চমু বিৱৰণ

ভোগালি বিহুৰ উলাহ-মালহ পাৰ হবলৈ নৌপাওঁতেই এক উৎসৱমুখৰ পৰিবেশৰ মাজত আৰম্ভ হয় অসম সাহিত্য সভাৰ দ্বাত্ৰিংশত্তম নলবাৰী অধিবেশন। ১৭।১।৬৫ ইং তাৰিখে দিনৰ দুই বজাত প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচনেৰে আৰু ১৯।১।৬৫ তাৰিখে মাজনিশা প্ৰবিসমাপ্তি ঘটে কৰি সন্মিলনৰে নলবাৰী কলেজৰ খেল মাটিত সাহিত্য সভাৰ অধিবেশন নলবাৰীত এইখনেই প্ৰথম। অধিবেশন সুসম্পন্ন কৰাত অভ্যৰ্থনা সমিতিৰ লগত কেৱল নলবাৰী অঞ্চলৰ বাইজেই সহযোগিতা কৰা নাই, অসম সাহিত্য সভাৰ অধিবেশনক কৃতকাৰ্য্য কৰি তোলাত যে সদৌ অসমেই সহযোগিতা কৰিব লাগে তাৰ নিদৰ্শনো দাঙি ধৰিলে যথাৰ্থতে নলবাৰী অধিবেশনে। অভ্যৰ্থনা সমিতিৰ কৰ্ম্মকৰ্ত্তা-সকল আৰু স্বেচ্ছাসেৱীসকলৰ অক্লান্ত শ্ৰম, নলবাৰী কলেজৰ উপাধ্যক্ষ আৰু অভ্যৰ্থনা সমিতিৰ উপসভাপতি শ্ৰীপ্ৰভাতচন্দ্ৰ গোস্বামী আৰু তেওঁৰ দলৰ সেৱা শুশ্ৰূষা, অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱা, শ্ৰীভবেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা আৰু শ্ৰীগৌৰী বৰ্মণৰ পৰিচালনাত গঢ়া সুবৃহৎ ৰভা, মঞ্চ আৰু তোৰণ, আৰু অভ্যৰ্থনা সমিতিৰ সকলোবোৰ সুন্দৰ সুব্যৱস্থাৰ কথা অসমীয়া ৰাইজে বিশেষকৈ প্ৰতিনিধিবৰ্গই নিশ্চয় বহু দিনলৈ পাহৰিব নোৱাৰে।

### প্ৰদৰ্শনী

প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন উৎসৱৰ পাতনি মেলা হয় স্থানীয় শিল্পী শ্ৰীমনোজকুমাৰ শৰ্ম্মাৰ "দুৱাৰ খোলা……" সঙ্গীতেৰে। অসম সাহিত্য সভাৰ বুৰঞ্জীত নলবাৰী অধিবেশনৰ লগত আয়োজিত সাংস্কৃতিক

প্ৰদৰ্শনী এটি বিশেষ ধৰণৰ আকৰ্ষণ। অসমৰ বিশেষকৈ নলবাৰী আৰু উত্তৰ কামৰূপ অঞ্চলৰ সাহিত্য সংস্কৃতি প্ৰদৰ্শন কৰাই আছিল অভ্যৰ্থনা সমিতিৰ প্ৰদৰ্শনী শাখাৰ মুখ্য উদ্দেশ্য আৰু লক্ষ্যত উপনীত হোৱাত তেওঁলোক সম্পূৰ্ণকৈ কৃতকাৰ্য্য হ'ল। নলবাৰী কলেজৰ আগৰ আহল-বহল মুকলি পথাৰখনত প্ৰদৰ্শনীৰ কাৰণে বিশেষভাৱে সজ্জিত মণ্ডপত প্ৰায় একুৰি পোন্ধৰটা অনুষ্ঠানে সহযোগিতা কৰে, এই প্ৰদৰ্শনী কৃতকাৰ্য্য আৰু আকৰ্ষণীয়কৈ সৌষ্ঠৱপূৰ্ণ কৰি তোলাত। অসম চৰকাৰৰ কেইটামান বিভাগৰ উপৰিও নেফা প্ৰশাসনীয় বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন সংস্কৃতি বিভাগ (anthropology) আদিও প্ৰদৰ্শনীত সহযোগিতা কৰি হাজাৰ হাজাৰ জনতাক আনন্দিত কৰে। সবাতোকৈ আকৰ্ষণীয় হৈ পৰিছিল অভ্যৰ্থনা সমিতিৰ ফালৰপৰা আয়োজন কৰা **"এইখন নলবাৰী"** প্ৰদৰ্শনী। ইয়াত সমগ্ৰ নলবাৰী অঞ্চলৰ সাহিত্য সংস্কৃতিৰ এটা থূল-মূল ৰূপ দাঙি ধৰাৰ প্ৰচেষ্টা কৰা হৈছিল। "বিদ্যানিধি শৰৎচন্দ্ৰ গোস্বামী" তোৰণৰ আগত আয়োজিত এখন সভা ১৭।১।৬৫ ইং তাৰিখে আবেলি ২ বজাত ধুবুৰীৰ বয়োবৃদ্ধ বিখ্যাত নেতা অসম বিখ্যাত শ্ৰীপ্ৰমথনাথ চক্ৰবৰ্ত্তীয়ে এটি চমু ভাষণেৰে প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচন কৰে। শ্ৰীচক্ৰবৰ্ত্তীয়ে তেওঁৰ ভাষণত কয় যে "দেশৰ বনজ, কৃষিজ, শিল্পজ আৰু সাহিত্যিক অবদান আদিৰ প্ৰদৰ্শনীয়ে ৰাইজৰ অন্তৰত পুলকৰ সৃষ্টি কৰিব পাৰে।" দেশৰ বিভিন্ন সম্পদৰ প্ৰতি ৰাইজৰ দৃষ্টি আকৰ্ষিত হলেহে দেশোন্নয়নৰ কামত ব্ৰতী হবলৈ পায় ৰাইজে প্ৰেৰণা। অসম সাহিত্য সভাৰ অধিবেশনৰ লগত এনে ধৰণৰ সাংস্কৃতিক প্ৰদৰ্শনীৰ আয়োজন কৰাটো সঁচাকৈয়ে দেশৰ মঙ্গল আৰু আনন্দৰ কাৰণ হৈছে।" মাঙ্গলিক ধ্বনি আৰু ধূপ-দীপৰ সুগন্ধ আৰু জনতাৰ উৰুলিকৃত জয়ধ্বনিৰ মাজত শ্ৰীচক্ৰবৰ্ত্তীয়ে প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰি নিজে সস্ত্ৰীক প্ৰদৰ্শনীটো এপাক মাৰে আৰু লগে লগে আৰম্ভ হয় হাজাৰ হাজাৰ জনতাৰ নিৰৱচ্ছিন্ন সোঁত। নলবাৰী অধিবেশনত কেৱল সকলোবোৰ অধিবেশনতকৈ অধিক জনতাই



যোগদানেই কৰা নাছিল, প্ৰদৰ্শনী মণ্ডপত সংৰক্ষিত বিভিন্ন অনুষ্ঠানৰ পৰা অসংখ্য কিতাপ-পত্ৰ কিনিও সাহিত্য-সংস্কৃতিৰ প্ৰতি থকা স্বাভাৱিক আকৰ্ষণৰ সুস্পষ্ট প্ৰমাণ দিছিল।

## বিষয় বাছনী সভা

প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰাৰ অলপ পিছতে "ৰমাকান্ত চৌধুৰী তোৰণ"ৰে নামাঙ্কিত প্ৰতিনিধি-শিবিৰ নলবাৰী বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ হলঘৰত মূল অধিবেশনৰ সভাপতি শ্ৰীডিম্বেশ্বৰ নেওগ ডাঙৰীয়াৰ সভাপতিত্বত আৰম্ভ হয় বিষয় বাছনী সভা। এই সভা ১৮।১।৬৫ তাৰিখে নিশা ১০ বজাৰ পাছত আৰু ১৯।১।৬৫ তাৰিখে দুপৰীয়া ১১ বজাতো এবাৰ বহিছিল। বিষয় বাছনি সভাত শাখা আৰু স্বীকৃত সভাৰ প্ৰতিনিধি, আজীৱন সভ্যৰ প্ৰতিনিধি আৰু কাঃ নিঃ সমিতিৰ সদস্যসকলক ধৰি—৩৪১ জন প্ৰতিনিধিয়ে যোগদান কৰিছিল।

## জ্যোতি-তৰ্পণ

ৰূপকোঁৱৰৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণি দিবস উপলক্ষে অভ্যৰ্থনা সমিতিয়ে ১৭।১।৬৫ তাৰিখে সন্ধিয়া ৭ বজাত "জ্যোতি-তৰ্পণ" অনুষ্ঠানৰ আয়োজন কৰে। 'জ্যোতি তৰ্পণ'ৰ পাতনি মেলা হয় তেওঁৰেই "মোৰে ভাৰতৰে, মোৰে সপোনৰে, চিৰসুন্দৰ সংস্কৃতি..." সঙ্গীতটিৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে অনুষ্ঠানটিৰ বিশেষত্ব ব্যাখ্যা প্ৰসঙ্গত মহৎ শিল্পীজনলৈ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰে আৰু এই অনুষ্ঠানত পৌৰোহিত্য কৰিবলৈ অনুৰোধ কৰে ধ্বনি-কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাক। সভাপতি শ্ৰীবৰুৱাই তেওঁৰ ভাষণত ৰূপকোঁৱৰৰ অমৰ আত্মাৰ প্ৰতি অসম সাহিত্য সভাৰ হকে শ্ৰদ্ধাঞ্জলি নিবেদন কৰা প্ৰসঙ্গত কয় যে "যথাৰ্থতে ৰূপকোঁৱৰ আগৰৱালা আছিল আধুনিক অসমীয়া সংস্কৃতিৰ প্ৰাণৰ ধমনি। আমি

তেওঁক অকালতে হেৰুৱাব নলগাহেঁতেন তেওঁ স্বকীয় প্ৰতিভাৰে অসমীয়া সংস্কৃতিক বিশ্বৰ দৰবাৰত সুপ্ৰতিষ্ঠিত কৰি গ'লহেঁতেন…"

## সাংস্কৃতিক অনুষ্ঠান

নলবাৰী অঞ্চল অসমীয়া পুতলা নাচ, ওজাপালি, যাত্ৰাভিনয় আদিৰ উৎস ভূমি স্বৰূপ। সেই কাৰণে অভ্যৰ্থনা সমিতিয়ে থলুৱা এই সাংস্কৃতিক অনুষ্ঠানসমূহ সভাত প্ৰদৰ্শন কৰি এনেবোৰ সাংস্কৃতিক অনুষ্ঠানক মহত্ত্বপূৰ্ণ স্বীকৃতি দিয়াৰ উপযুক্ত ব্যৱস্থাও কৰিছিল। ১৭।১।৬৫ তাৰিখে 'জ্যোতিতৰ্পণ' অনুষ্ঠানৰ সামৰণি পৰাৰ লগে লগে 'পুতলা নাচ' অনুষ্ঠান আৰম্ভ হয়। আৰু 'পুতলানাচ'ৰ সমাপ্তিৰ লগে লগে আৰম্ভ হয়, নলবাৰী অঞ্চলৰ বিখ্যাত যাত্ৰাভিনয়ৰ দল 'সুৰদেৱী নাট্য-সমিতি'ৰ দ্বাৰা নিবেদিত 'হৰিশ্চন্দ্ৰ' নাটকৰ অভিনয়। দুয়োটা অনুষ্ঠানে হাজাৰ-বিজাৰ দৰ্শকৰ মনোনয়ন সাধনত সমানে কৃতকাৰ্য্য হৈছিল।

## পতাকা উত্তোলন

১৮।১।৬৫ ইং তাৰিখে ৰাতিপুৱা ৮½ বজাত সমবেত প্ৰতিনিধিবৰ্গ আৰু নলবৰীয়া ৰাইজৰ বিপুল সমাবেশ আৰু হৰ্ষধ্বনিৰ মাজত ৰসৰাজ বেজবৰুৱাৰ "বাজক ডবা বাজক শঙ্খ বাজক মৃদং খোল…" সঙ্গীতৰ সমবেত আকাশ নিনাদিত ধ্বনিৰ মাজত সাহিত্য-সভাৰ বিদায়ী সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰে সভাৰ প্ৰতীক-চিহ্নিত পতাকা উত্তোলন কৰি এটি চমু আবেগময়ী ভাষণেৰে জাতীয় সামগ্ৰিক উন্নয়নৰ কাৰণে আত্মনিয়োগ কৰিবলৈ সাহিত্যিকসকলক আহ্বান জনায়।

## আলোচনা চক্ৰ

পতাকা উত্তোলনৰ লগে লগে "সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা তোৰণেৰে" নলবাৰী কলেজৰ খেল মাটিত সুসজ্জিত আহল-বহল



ৰভাৰ তলত শ্ৰীহেম বৰুৱাৰ সভাপতিত্বত শ্ৰীমতী লক্ষহীৰা দাসৰ ৰচনা "বীৰ লাচিতৰ দেশ…" সঙ্গীতেৰে পাতনি মেলে আলোচনা চক্ৰই। পোনতে অভ্যৰ্থনা সমিতিৰ আলোচনা-চক্ৰ শাখা-সমিতিৰ সম্পাদক শ্ৰীউমাকান্ত শৰ্ম্মাই এটি চমু লিখিত ভাষণত আলোচনাৰ বিষয়বস্তু "অসমীয়া চুটি গল্পৰ" ওপৰত পৰ্য্যালোচনা কৰি কয় যে—"যিহেতু আধুনিক অসমীয়া গল্প আৰু উপন্যাস সাহিত্যও পাশ্চাত্যৰ প্ৰভাৱত গঢ়ি উঠিছে গতিকে অসমীয়া গল্প পাশ্চাত্যৰ আদৰ্শতে গঢ়ি উঠা বাঞ্ছনীয়। আৰু তেতিয়াহলে পাশ্চাত্য জগতত জীৱজন্তু, জড়জগত আদিৰ ওপৰত গল্প ৰচিত হোৱাৰ দৰে আমাৰ সাহিত্যতো তেনে গল্পই স্থান পোৱা কাম্য। পাশ্চাত্য জগতত নায়ক-নায়িকাহীন গল্প আৰু উপন্যাসো ৰচিত হৈছে। আমাৰ দেশতো হোৱা কাম্য।" চক্ৰত শ্ৰীঅতুলানন্দ গোস্বামীয়ে "অসমীয়া গল্প-সাহিত্যৰ ওপৰত পাশ্চাত্যৰ দাৰ্শনিক আৰু মনস্তাত্বিক প্ৰভাৱ"ৰ ওপৰত এখন পাণ্ডিত্যপূৰ্ণ ৰচনা পাঠ কৰে আৰু শ্ৰীৰোহিণী কাকতিয়ে "মোৰ গল্পৰ মানদণ্ড" শীৰ্ষক আন এখন ৰচনাত তেওঁৰ নিজৰ গল্পৰ গইনালৈ গল্পৰ বিষয়বস্তু প্ৰকাশভঙ্গী, প্ৰভৃতিৰ ওপৰত এখন দীঘলীয়া ৰচনা পঢ়ে। নিৰ্দ্দিষ্ট ভাবে আমন্ত্ৰিত অসমৰ দুগৰাকী লব্ধপ্ৰতিষ্ঠ গল্পলেখক শ্ৰীযোগেশ দাস আৰু চৈয়দ আব্দুল মালিকে আলোচনাত অংশ গ্ৰহণ কৰে। দুয়োগৰাকী আলোচকে বেজবৰুৱাৰ দিনৰ পৰা বৰ্ত্তমানলৈ অসমীয়া গল্প সাহিত্যৰ ধাৰাৰ ওপৰত আলোচনা কৰে। আমন্ত্ৰিত অন্যান্য বিশিষ্টলোক থকা সত্বেও মুকলি অধিবেশনৰ সময় হৈ অহা কাৰণে সভাপতিৰ মন্তব্যৰে আলোচনা চক্ৰ সামৰা হয়। সভাপতি শ্ৰীবৰুৱাই তেওঁৰ ভাষণত অসমীয়া গল্প সাহিত্যৰ ধাৰা আৰু ইয়াৰ ওপৰত প্ৰতিফলিত পাশ্চাত্যৰ প্ৰভাৱ চমুকৈ আলোচনা কৰে আৰু শ্ৰীউমাকান্ত শৰ্ম্মাই উল্লেখিত কথা কেইটা সমৰ্থন কৰি কয় যে "অসমীয়াতো জড়জগত জীৱ-জন্তু আদিক কেন্দ্ৰ কৰি গল্প ৰচিত হোৱা আৱশ্যক।" তেওঁ অসমীয়া সাহিত্যিকসকলক দুৰ্ব্বল আৰু নীচাত্মিকা মনোভাৱ

পৰিহাৰ কৰি সাহিত্য সেৱাত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায়। তেওঁ কয় যে "অসমীয়া সাহিত্যৰ যথোচিত প্ৰচাৰৰ অভাৱৰ কাৰণে ই প্ৰসাৰিতও হব পৰা নাই। অসমীয়া সাহিত্য ইংৰাজী আৰু হিন্দী মাধ্যমত ৰচিত হলে এইয়াতে যেনেকৈ সৰ্ব্বভাৰতীয় স্বীকৃতি অৰ্জ্জন কৰিবলৈ সমৰ্থ হব, তেনেকৈ আন্তৰ্জাতিক ক্ষেত্ৰতো স্বীকৃতি পাব।" শ্ৰীবৰুৱাই অসমীয়া সাহিত্যৰ প্ৰচাৰৰ দিশটোৰ ওপৰত বিশেষভাৱে গুৰুত্ব আৰোপ কৰে আৰু তেতিয়াহে ইয়াৰ পূৰ্ণবিকাশ সম্ভৱপৰ হব বুলি ধাৰণা কৰে।

## সভাপতিৰ শোভাযাত্ৰা

আলোচনা চক্ৰৰ পৰিসমাপ্তি ঘটিবলৈ নৌপাওঁতেই সভাপতিৰ শোভাযাত্ৰা আৰম্ভ হয়, নলবাৰী চহৰৰ মাজত অৱস্থিত হৰিমন্দিৰৰ ওচৰত আনুষ্ঠানিক ভাবে সভাপতিক আদৰণী জনাবলৈ ৰাজ-আলিৰ ওপৰত নিৰ্ম্মাণ কৰা এটি সুবৃহৎ তোৰণৰ পৰা। সভাপতিৰ শোভাযাত্ৰা উপসমিতিৰ সম্পাদক শ্ৰীগণেশ্বৰ শৰ্ম্মাই সভাপতি শ্ৰীডিম্বেশ্বৰ নেওগক অভ্যৰ্থনা সমিতি তথা নলবাৰীৰ ৰাইজৰ হৈ মাল্যদান কৰাৰ লগে লগে অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীৰ সৈতে এখন খোলা জীপত সভাপতি দেৱক লৈ দুশাৰী মানুহৰ এমাইলতকৈ অধিক দীঘলীয়া শোভাযাত্ৰা আৰম্ভ হয়। সাহিত্য সভাৰ প্ৰাক্তন ৩১ জন সভাপতিৰ নামৰ ওপৰত মাল্যদান কৰি ৩১ জনী কণ কঁণ ছোৱালীয়ে সভাপতিৰ জীপৰ আগে আগে গৈ আছিল; আৰু জীপৰ পাছত গৈছিল গায়ন, বায়ন, ঢুলীয়া, ওজাপালি আৰু স্থানীয় বৰো গাভৰুহঁতৰ চিফুং বাঁহীৰ সুৰ আৰু মাদলৰ চেঁৱে চেঁৱে নাচা ঐতিহ্যপূৰ্ণ নৃত্যৰ দল। হাজাৰ-হাজাৰ ছাত্ৰ-ছাত্ৰী আৰু জনতাই যোগদান কৰি শোভাযাত্ৰাৰ জৰিয়তে সমগ্ৰ নলবাৰী চহৰ কৰি তুলিছিল উৎসৱ মুখৰ। সভাত যোগদান কৰিবলৈ অহা প্ৰতিনিধি



বৰ্গ আৰু সাহিত্যসভাৰ কৰ্ম্মকৰ্ত্তা সকলবো দুই-চাৰিয়ে শোভাযাত্ৰাত সহযোগিতা কৰিছিল। সভাপতি দেৱৰ জীপ আহি "সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা তোৰণ" পোৱাৰ লগে লগে স্থানীয় কলেজৰ অধ্যাপক শ্ৰীঈশ্বৰ চন্দ্ৰ বৰুৱাই ৰচনা কৰা 'অ' মোৰ ডেকা-গাভৰুৰ দল, সাহে বুকু বান্ধি আগবাঢ়া বাঢ়া আগ···" সঙ্গীতেৰে সভাপতি দেৱক আদৰি নিয়া হয়।

## প্ৰথম দিনাৰ মুকলি অধিবেশন

সভাপতি দেৱক আদৰি নি মঞ্চৰ ওপৰৰ যথাস্থানত বহুৱাৰ পিছত বিদায়ী সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰী দেৱৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী দেৱৰ সমৰ্থন অনুক্ৰমে শ্ৰীডিম্বেশ্বৰ নেওগ দেৱে সভাপতিৰ আসন গ্ৰহণ কৰে। স্থানীয় শিল্পী চৈয়দ জমিৰুদ্দিনৰ দ্বাৰা ৰচিত আৰু পৰিচালিত "বীৰ প্ৰসবিনী হে অসমা মঙ্গলা মাতৃ সুভাগিনী···" সঙ্গীতৰে প্ৰথম দিনাৰ মুকলি অধিবেশনে পাতনি মেলে। পোনতে প্ৰধান সম্পাদকে প্ৰাক্তন সভাপতি সৰ্ব্বশ্ৰী, অতুল চন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্ম্মা, নলিনীবালা দেৱী, ত্ৰৈলোক্য নাথ গোস্বামী প্ৰভৃতিক ৰাইজৰ লগত পৰিচিত কৰি দিয়ে। লগে লগে অসমৰ বয়োবৃদ্ধ সুসাহিত্যিক শ্ৰীমহাদেৱ শৰ্ম্মাদেৱে অধিবেশন উদ্বোধন কৰি এটি আবেগময়ী অথচ গাম্ভীৰ্য্যপূৰ্ণ ভাষণেৰে অসম সাহিত্য সভা আৰু অসমীয়া সাহিত্যিক সকলৰ দায়িত্বৰ প্ৰতি লক্ষ্য কৰি কয় যে "কেৱল অসম সাহিত্য সভাহে অসমৰ পৰ্ব্বত ভৈয়াম নিবাসী সমূহ ৰাইজৰ একমাত্ৰ উমৈহতীয়া অতি চেনেহৰ অনুষ্ঠান। ইয়াক নিত্য নতুন ৰূপত শক্তিশালী কৰি গঢ়িতোলা প্ৰতিজন অসমদেশ-নিবাসীৰেই কৰ্ত্তব্য। অসম সাহিত্য সভাৰ উন্নতিয়েই অসমীয়াৰ সাংস্কৃতিক জীৱনৰ উন্নতি। এই সাহিত্য সভাৰ মাধ্যমতেই আমি আটায়ে ভাই ভাইৰ দৰে মিলিজুলি অসমদেশনিবাসী পৰ্ব্বত-ভৈয়ামৰ ৰাইজৰ মাজত

থকা সকলোবোৰ বৈষম্য দূৰ কৰি সাম্য আৰু মৈত্ৰীৰ ভাবেৰে বৃহত্তৰ অসম গঢ়িব লাগিব। আৰু এই কাৰ্য্য সম্ভৱপৰ হব পাৰে একমাত্ৰ সাহিত্যিকসকলৰ দ্বাৰাহে।” শ্ৰীশৰ্ম্মাদেৱে সাহিত্যিকসকলক ব্ৰহ্মময় দৃষ্টিভঙ্গীৰে অনুপ্ৰাণিত হবলৈও অনুৰোধ জনায়।

উদ্বোধনী ভাষণৰ পিচত অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীদেৱে তেওঁৰ পাণ্ডিত্যপূৰ্ণ আদৰণী ভাষণ পাঠ কৰে। (স্থানান্তৰত সন্নিবিষ্ট কৰা আছে)। ইয়াৰ পাচত সভাৰ প্ৰধান সম্পাদক ডঃ মহেশ্বৰ নেওগে তেওঁৰ বাৰ্ষিক সম্পাদকীয় প্ৰতিবেদন দাঙি ধৰে। (স্থানান্তৰত সন্নিবিষ্ট আছে।) সম্পাদকীয় প্ৰতিবেদনৰ পাছত সভাপতি শ্ৰীডিম্বেশ্বৰ নেওগ দেৱে তেওঁৰ সুদীৰ্ঘ অভিভাষণখনি পাঠ কৰি তাত অসমীয়া ভাষা সাহিত্যৰ বৈশিষ্ট্য দাঙি ধৰাৰ লগতে অসমীয়াক ৰাজ্যিক ভাষাৰূপে প্ৰয়োগ নকৰা কাৰণে আক্ষেপ কৰে। (স্থানান্তৰত সন্নিবিষ্ট কৰা আছে)। সভাপতিদেৱৰ অভিভাষণৰ পাচত প্ৰথম দিনাৰ মুকলি অধিবেশনৰ সামৰণী পৰে আৰু লগে লগে নলবাৰীৰ স্থানীয় শিল্পীৰ দ্বাৰা নিৰ্ম্মিত বিভিন্ন কলা-কৌশলযুক্ত আতচবাজীৰ প্ৰদৰ্শনৰে সমবেত অগণন জনতাক মুগ্ধ কৰে।

## সঙ্গীত সন্মিলন

সন্ধিয়া ৬ বজাৰ লগে লগে স্থানীয় শিল্পী শ্ৰীমনোজকুমাৰ শৰ্ম্মাৰ দ্বাৰা ৰচিত আৰু পৰিচালিত সঙ্গীত “এই বালিমাহী ঘূৰি ঘূৰি থুপ খালে—” সঙ্গীতেৰে সঙ্গীত সন্মিলনৰ পাতনি মেলা হয় সুৰশিল্পী শ্ৰীমুক্তিনাথ বৰদলৈ দেৱৰ পৌৰোহিত্যত। অসম আৰু নগাভূমিৰ উচ্চন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ সঙ্গীত সেৱক শ্ৰীগোপালজী মেহ্রোট্রাই সন্মিলন উদ্বোধন কৰি ভাৰতীয় সঙ্গীতৰ বিভিন্ন ধাৰাৰ কথা উল্লেখ কৰি তাত অসমীয়া সঙ্গীতৰ স্থানৰ কথা উল্লেখ কৰি কয় যে “অসমীয়া বৰগীত সৰ্ব্বভাৰতীয় ধ্ৰুপদ সঙ্গীতৰ সমকক্ষী আৰু অসমৰ ওজাপালি



বা সত্ৰীয়া নৃত্য আদি যি কোনো সৰ্ব্বভাৰতীয় শাস্ত্ৰীয় সঙ্গীত বা নৃত্যৰ সমকক্ষী আৰু মৰ্য্যাদাসম্পন্ন।” শ্ৰীমেহ্রোট্রাই অসমীয়া সুৰ আৰু নৃত্য শিল্পীসকলে অসমীয়া নৃত্য-গীতক সৰ্ব্বভাৰতীয় ভেটিত তথা সমগ্ৰ বিশ্বৰ মাজত সুপ্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হোৱা কাৰণে আনন্দ প্ৰকাশ কৰে। লগতে তেওঁ অসমীয়া নৃত্য-গীত তথা অসমীয়া সংস্কৃতিৰ উৎকৰ্ষতা সাধনৰ কাৰণেও কামনা কৰে। সভাপতি শ্ৰীবৰদলৈ দেৱে তেওঁৰ অভিভাষণত ‘সঙ্গীতৰ ধাৰা’ৰ বিষয় আলোচনা কৰি অসমীয়া সঙ্গীতৰ স্থান নিৰ্ণয় কৰে আৰু বৈজ্ঞানিক পদ্ধতিত যথানিৰ্দ্দিষ্ট ভাবে শিক্ষানুষ্ঠানত সঙ্গীত শিক্ষাদানৰ ব্যৱস্থা কৰিব লাগে বুলি দৃঢ়মত প্ৰকাশ কৰে। (স্থানান্তৰত পূৰ্ণভাষণ সন্নিবিষ্ট আছে)।

সঙ্গীত সন্মিলনত বিশেষকৈ উত্তৰ কামৰূপ আৰু গোৱালপাৰাৰ শিল্পীসকলে অংশ গ্ৰহণ কৰে। শ্ৰীমতী প্ৰতিমা বৰুৱাৰ কণ্ঠত গোৱালপৰীয়া লোকগীত, শ্ৰীখগেন পাঠকৰ বৰগীত আৰু বেহেলা, শ্ৰীশশী গোস্বামীৰ ধ্ৰুপদ, শ্ৰীবংশীপদ পাণ্ডেৰ পাখোৱাজ, শ্ৰীগঙ্গা মিশ্ৰৰ যন্ত্ৰ-সঙ্গীত, অজন্তা—ইলোৰা ভগ্নীদ্বয়ৰ কথক-নৃত্য, স্থানীয় বড়োশিল্পীসকলৰ বড়ো নৃত্য আৰু গীত, আৰু স্থানীয় শ্ৰীমতী বন্দনা দত্ত বৰুৱাৰ গজলৰ অনুৰণনৰ কথা সঙ্গীতসেৱীসকলে নিশ্চয় বহুদিনলৈ পাহৰিব পৰা নাছিল। নিশা প্ৰায় ১১ বজাত সঙ্গীত সন্মিলনৰ পৰিসমাপ্তি ঘটাৰ লগে লগে বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ হল ঘৰত বিষয়-বাছনী সভাৰ ২য়খন বৈঠক বহে।

## বুৰঞ্জী শাখাৰ সন্মিলন

১৯।১।৬৫ তাৰিখে ৰাতিপুৱা ৮ বজাত অসম বিখ্যাত পুৰাতাত্বিক, শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা দেৱৰ সভাপতিত্বত বহা বুৰঞ্জী সন্মিলন আৰম্ভ হয়। শ্ৰীমতী লক্ষহীৰা দাসৰ দ্বাৰা ৰচিত “আমি নৱভাৰতৰ শান্তি সূচনাকাৰী অগ্ৰগামী অভিযাত্ৰী” সঙ্গীতৰ সমবেত কণ্ঠধ্বনিৰে। পোনতে বুৰঞ্জীশাখা সমিতিৰ সম্পাদক শ্ৰীউমাকান্ত শৰ্ম্মাই নতুন দৃষ্টি ভঙ্গীৰে

স্বাধীন দেশৰ বুৰঞ্জী প্ৰণয়ন কৰিবলৈ বুৰঞ্জীবিদ্‌সকলক আহ্বান জনায়। তেওঁ কয় যে "বুৰঞ্জীত জনতাৰ প্ৰাণৰ ভাষাই ৰূপ পোৱা অতিশয় বাঞ্ছনীয়।" সভাপতি শ্ৰীবৰুৱাদেৱে তেওঁৰ সুচিন্তিত অভিভাষণত অসমৰ গৌৰৱপূৰ্ণ ইতিহাসৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে আৰু তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্বাধীন অসম তথা ভাৰত গঢ়াত অগ্ৰসৰ হবলৈ উদীয়মান যুৱক-গাভৰুসকলক আহ্বান জনায় ( স্থানান্তৰত পূৰ্ণপাঠ সন্নিবিষ্ট কৰা হৈছে )। বুৰঞ্জী শাখাৰ সন্মিলনত দুখন ৰচনা পঠিত হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° নগেন্দ্ৰনাথ আচাৰ্য্যই "অসমৰ গৌৰৱপূৰ্ণ ইতিহাসৰ এছোৱা" শীৰ্ষক প্ৰবন্ধত মহাৰাজ ৰুদ্ৰসিংহৰ দিনৰ অসমৰ এটি গৌৰৱোজ্জ্বল ছবি দাঙি ধৰি সমজুৱাসকলক অনুপ্ৰাণিত কৰে। আন এজন ৰচক শ্ৰীৰমেশচন্দ্ৰ বৰ কাকতি "তেওঁৰ শৰাই ঘাটৰ ৰণ" শীৰ্ষক প্ৰবন্ধত অসমৰ আন এখন গৌৰৱোজ্জ্বল ছবি চিত্ৰিত কৰি সমজুৱাসকলক দেশ প্ৰেমৰ ভাৱত উদ্বুদ্ধ কৰে।

বুৰঞ্জী সন্মিলনৰ পৰিসমাপ্তি ঘটাৰ পিছত বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ হল ঘৰত বিষয়বাছনী সভাৰ ৩য় আৰু শেষ বৈঠক বহে প্ৰায় তিনিঘণ্টা সময়ৰ কাৰণে।

## ২য় দিনাৰ মুকলি অধিবেশন

২য় দিনাৰ মুকলি অধিবেশন আৰম্ভ হয় প্ৰায় ২২ বজাৰ লগে লগে স্থানীয় সুৰশিল্পী চৈয়দ জমিৰুদ্দিন আহমদৰ ৰচনা "আমি লেখো আহাঁ এটি চুটি তৰা, আজি আকাশত ডাৱৰ অকণো নাই নতুন পোহৰে ভৰা।" সঙ্গীতৰ মধুৰ মুৰ্চ্ছনাৰে। সভাপতিত্ব কৰে শ্ৰীডিম্বেশ্বৰ নেওগ দেৱে।

নেফাৰপৰা অহা ছাত্ৰ সৰ্ব্বশ্ৰী লুম্বেৰদাই, পেমথান্দু, ইংয়াটাকি, তাদাকচাৰ আদিয়ে সভাত যোগদান কৰি একোটি ভাষণ দিয়ে। তেওঁলোক আটায়ে নেফা আৰু অসমৰ সাংস্কৃতিক ঐক্যৰ কথা সোঁৱৰে। আৰু এই ঐক্যৰ এনাজৰি কটকটীয়া হোৱাটো বাঞ্ছা কৰে। শ্ৰীলুম্বেৰদাই তেওঁৰ



লিখিত ভাষণত অসম আৰু নেফাৰ মাজত থকা ঘনিষ্ঠ সাংস্কৃতিক সম্পৰ্কৰ কথা কয় আৰু অসমীয়া ভাষা সাহিত্যৰ উত্তৰোত্তৰ উন্নয়ন আৰু সম্প্ৰসাৰণৰ কথাত বিশেষ ভাৱে গুৰুত্ব আৰোপ কৰে। শ্ৰীদায়ে নেতৃস্থানীয় কোনো কোনো শিৰফুটা অসমীয়া ব্যক্তিৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি দৰ্শোৱা বীতশ্ৰদ্ধৰ কাৰণে আক্ষেপ কৰে আৰু তেওঁ কয় যে সমূহ অসমীয়া একগোট হৈ অসমীয়াৰ উন্নতিত সহায়ক নহলে অসমৰ উন্নতি কামনা বৃথা। তেওঁ অসম সাহিত্য সভাক প্ৰচাৰধৰ্মী মনোভাৱেৰে কামত আগ বাঢ়িবলৈও অনুৰোধ জনায়।

গুৱাহাটীৰ মিচ্ছনেৰী জৰ্জ্জ জিলাপ্‌সীয়ে প্ৰাঞ্জল অসমীয়াত এটি ভাষণ দিয়ে। শ্ৰীজিলাপ্‌সীয়ে তেওঁৰ ভাষণত দেশাত্মবোধৰ কথা বিশেষভাৱে উল্লেখ কৰে। তাৰ পিছত সভাৰ মুখ্য অতিথি উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বুৰঞ্জীবিদ্ আৰু সুসাহিত্যিক ডঃ শ্ৰীহৰেকৃষ্ণ মহতাব দেৱৰ ভাষণ আৰম্ভ হয়। তেওঁৰ সুদীৰ্ঘ ৯০ মিনিট জোৰা পাণ্ডিত্যপূৰ্ণ ভাষণত প্ৰাচীন আৰু আধুনিক ভাৰতীয় সাহিত্যধাৰাৰ বিষয় আলোচনা কৰাৰ উপৰিও বৰ্ত্তমানৰ পটভূমিত সাহিত্যিকসকলৰ কৰ্ত্তব্যৰ বিষয়েও নিজস্ব অভিমত প্ৰকাশ কৰে। সৰ্ব্বপ্ৰথমে তেওঁ কয় যে "অসম আৰু উৰিষ্যাৰ ভাষাৰ মাজত বিৰাট সাদৃশ্য পৰিলক্ষিত হোৱাৰ দৰে দুয়োখন ৰাজ্যৰ ৰাজনৈতিক সমস্যাবোৰো প্ৰায় সাদৃশ্যপূৰ্ণ হোৱা হেতুকে অসম আৰু উৰিষ্যাৰ মাজত বিশেষ কোনো পাৰ্থক্য নাই আৰু সেই কাৰণে অসমীয়া মানুহৰ মানত উৰীয়াসকল বা উৰীয়াৰ মানত অসমীয়াসকল বৰ আপোন।" প্ৰাচীন অসমীয়া আৰু উৰীয়া সাহিত্যৰ বিষয় আলোচনা কৰি ডঃ মহতাবে দৃঢ়ভাৱে মত প্ৰকাশ কৰে যে প্ৰাচীন বঙালীতকৈ প্ৰাচীন অসমীয়া বা উৰীয়া সাহিত্য নিশ্চয় চহকী আছিল। লগতে তেওঁ ইয়াকো কয় যে "বৰ্ত্তমান শতিকাৰ যোৱা ৩য় দশকৰ অসমীয়া, উৰীয়া আৰু বঙালী সাহিত্য প্ৰায় সমকৰ্ষী আৰু সমভাবাপন্ন।" ইয়াৰ পাছত ডঃ মহতাবে ৰাষ্ট্ৰীয় জীৱনৰ লগত সাহিত্য-সংস্কৃতিৰ থাকিবলগীয়া আৱশ্যকীয় গুণ আৰু

ভাবৰ কথা আলোচনা কৰে। ডঃ মহতাবে কয় যে, "ভাৰতবৰ্ষ এখন ধৰ্ম্ম নিৰপেক্ষ দেশ হলেও ইয়াৰ এটা ৰাষ্ট্ৰীয় ধৰ্ম্ম আছে। দেশৰ সাহিত্যৰ মাজেদি এই ৰাষ্ট্ৰীয় ধৰ্ম্ম ৰূপায়িত হোৱা বাঞ্ছনীয়। তেওঁ আকৌ কয়, "আমাৰ সাহিত্য ৰাষ্ট্ৰধৰ্ম্মী নহৈ ব্যক্তিধৰ্ম্মী ৰূপেহে পৰিগণিত হৈছে। আজিৰ সাহিত্যত ব্যক্তিৰ কথাইহে বিশেষ ধৰণৰ স্থান লাভ কৰিছে।" তেওঁ কবি তুলসী দাসৰ ভাষাৰে কয় যে সাহিত্যৰ লক্ষ্য "সান্তঃ সুখায়" আৰু "লোকমঙ্গলায় হোৱাহে" উচিত। তেওঁ দুখ প্ৰকাশ কৰি কয় যে, আধুনিক ভাৰতীয় জীৱনৰ মুখ্যবস্তু 'স্বাধীনতা' আৰু 'গণতন্ত্ৰই' সাহিত্যত মুখ্যস্থান নোপোৱাতো অতি দুৰ্ভাগ্যৰ কথা। আমেৰিকাৰ সাহিত্য জগতত ওৱাল্ট হুইটম্যান প্ৰভৃতিয়ে যিদৰে গণতান্ত্ৰিকতাৰ ওপৰত গুৰুত্ব দিছে আমাৰ দেশত কোনেও এতিয়ালৈকে গণতান্ত্ৰিক ভাবৰ সুপ্ৰকাশ আৰু প্ৰচাৰত গুৰুত্ব দিয়া বুলিব নোৱাৰি। কিন্তু গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা স্বাধীনতা আন্দোলনৰ সময়ত পৰাধীন ভাৰতবৰ্ষৰ সাহিত্যিকসকলৰ বহুতেই সাহিত্যৰ সমল হিচাবে গ্ৰহণ কৰিছিল স্বাধীনতাক।" তেওঁ আমাৰ স্বাধীনতা আৰু গণতন্ত্ৰ বিমুখিতাৰ কাৰণে জগৰীয়া কৰে অতীতমুখী দৃষ্টিভঙ্গীক। তেওঁ কয় যে "ভাৰতীয় জনতাৰ আদৰ্শ এতিয়াও ৰামৰাজ্যহে। কিন্তু আমি ভাবি নাচাওঁ যে ৰামৰাজ্যত শূদ্ৰ তপস্বী সম্বুকক তপস্যাৰত হোৱা অপৰাধত স্বয়ং ৰামে নিজে হত্যা কৰিছিল। গণতন্ত্ৰত জানো এনে ৰীতিৰ স্থান থাকে? আমি অতীতমুখী দৃষ্টিভঙ্গী আৰু প্ৰাচীন সকলোবোৰ অন্ধ সংস্কাৰ পৰিহাৰ কৰি বিপ্লৱমূলী দৃষ্টিৰে ( Redical thought ) অনুপ্ৰাণিত হৈ ৰচনা কৰিব লাগিব ভাৰতীয় জাতীয় সাহিত্য। যদি এনে চিন্তাধাৰা সম্পন্ন সাহিত্যৰ সৃষ্টি মোৰ হাতৰ পৰাই হয় তেতিয়া মই নিজকে কৃতাৰ্থ মানিম।"

ডঃ মহতাবে আন এটা দিশৰ ওপৰতো আলোচনা কৰে। তেওঁ কয় যে, অসমীয়া আৰু উৰীয়া সাহিত্যিক সকলেও দুৰ্ব্বলতা বা নীচাত্মিকা মনোভাব লোৱা উচিত নহয়। ভাৰতৰ কোনো কোনো



জাতিৰ মাজত আত্মশ্লাঘা বা 'মইবৰ' ভাবসম্পন্নলোকৰ সংখ্যাও তেনেই তাকৰ নহয় সচাঁ আৰু তেওঁলোকে আনৰ ওপৰতো অন্যায় ভাৱে প্ৰভাব বিস্তাৰ কৰিবলৈ নিবিচৰা নহয়। জাতীয় জীৱনৰ যি কোনো পৰ্য্যায়তে এনে অন্যায় আক্ৰমণ দেখিলে আমিও আক্ৰমণাত্মক আত্ম-বিশ্বাসৰ ভাবেৰে প্ৰতি-আক্ৰমণ চলাব লাগিব।" ডঃ মহতাবে কয় যে, ১৯৬০ চনত এনে ধৰণৰ আক্ৰমণৰ ফলতেই সদৌ অসম জুৰি ভাষা-সাহিত্যৰ ভেটিত এক বিৰাট গণ-আন্দোলনৰ সৃষ্টি হোৱাৰ কথা মই জানো। সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী ডাঙৰীয়াই আন্দোলনৰ ওপৰত প্ৰকাশিত পুস্তিকা এখন মোলৈও পঠাইছিল। মই আপোনালোকৰ লগত সেই বিষয়ত সম্পূৰ্ণৰূপে একমত।"

ডঃ মহতাবৰ গুৰুত্বপূৰ্ণ ভাষণৰ পাছত নতুন বছৰৰ কাৰণে সভাৰ নতুন বিষয়ববীয়া আৰু কাৰ্য্যনিৰ্ব্বাহক সভাৰ সদস্যসকলৰ নাম ঘোষণা আৰু লগতে প্ৰতিনিধিসকলৰ বিষয় বাছনী সভাত গৃহীত প্ৰস্তাৱসমূহ ডঃ মহেশ্বৰ নেওগে উত্থাপন কৰাৰ পাছত সৰ্ব্বসম্মতিক্ৰমে গৃহীত হয়। অভ্যৰ্থনা সমিতিৰ সম্পাদক ডাঃ হৰেকৃষ্ণ গোস্বামীয়ে শলাগৰ শৰাই আগবঢ়োৱাৰ পাছত অধ্যাপক ঈশ্বৰ বৰুৱাৰ ৰচনা "অসম অসম সোণৰ অসম" সঙ্গীতৰ সমবেত কণ্ঠধ্বনিৰে মুকলি অধিবেশনৰ পৰিসমাপ্তি ঘটে।

## কবি সন্মিলন

১৯।১।৬৫ তাৰিখে সন্ধিয়া ৭ বজাৰ পৰা অনুষ্ঠিত কবিসন্মিলনৰে সাহিত্যসভাৰ দ্বাত্ৰিংশত্তম নলবাৰী অধিবেশনৰ সামৰণি মাৰে। কবি সন্মিলনত সভাপতিত্ব কৰে শ্ৰীদেবচন্দ্ৰ তালুকদাৰে আৰু বকুলবনৰ কবি শ্ৰীআনন্দ বৰুৱাই এক নাটকীয় অথচ অৰ্থপূৰ্ণ ভঙ্গিমাৰে সন্মিলন উদ্বোধন কৰে। তাৰ পাছত কবিসন্মিলন শাখা সমিতিৰ সম্পাদক জোনাব জমিৰুদ্দিন আহমদে সমুপস্থিত কবিসকলক ৰাইজৰ লগত

পৰিচিত কৰি দিয়ে। নতুন-পুৰণি প্ৰায় ৫০ জন কবিয়ে স্বৰচিত কবিতা সন্মিলনত পাঠ কৰি সাহিত্যানুৰাগী ৰাইজক আনন্দিত কৰে। সেইসকলৰ ভিতৰত সৰ্ব্বশ্ৰী, ডিম্বেশ্বৰ নেওগ, অতুলচন্দ্ৰ হাজৰিকা, নলিনীবালা দেৱী, বিনন্দচন্দ্ৰ বৰুৱা, জমিৰুদ্দিন আহমদ, ফণী তালুকদাৰ, দীনেশ গোস্বামী, পৰেশমল্ল বৰুৱা, আনন্দচন্দ্ৰ বৰুৱা, চৈয়দ আবতুল মালিক, অম্বেশ্বৰ চেতিয়া ফুকন, বীৰেণ বৰকটকী, ৰত্ন ওজা, ভবানন্দ ৰাজখোৱা, অমিয়া চক্ৰৱৰ্ত্তী, এলি আহমদ, ফাতেমা খাতুন, সুপ্ৰভা দত্ত, অৱনীন্দ্ৰ চন্দ্ৰ বৰা, ইব্ৰাহিম আলি আদি প্ৰধান।

সভাপতি শ্ৰীতালুকদাৰে তেওঁৰ দীঘলীয়া অভিভাষণত নলবাৰীৰ ঐতিহ্য বৰ্ণোৱাৰ লগতে কবিতা, কবিৰ ধৰ্ম্ম আৰু অসমীয়া কবিতাৰ ক্ৰমবিকাশৰ ধাৰাৰ বিষয় বহলাই আলোচনা কৰে (~~স্থানান্তৰত অভিভাষণৰ অংশ বিশেষ সন্নিবিষ্ট কৰা হৈছে~~)। ~~শেষত~~ 'অ' মোৰ আপোনাৰ দেশেৰে' সাহিত্য সভাৰ, নলবাৰী অধিবেশনৰ পৰিসমাপ্তি ঘটে।

## নলবাৰী অধিবেশনৰ বৈশিষ্ট্য

❋ নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিয়ে অধিবেশনখন সম্পূৰ্ণ কৈ আলোচনামুখী কৰি তুলিবলৈ যথাবিহিত কৰ্ম্মপন্থা হাতত লৈ কাৰ্য্যকৰী কৰাৰ চেষ্টা কৰিলে, আৰু অধিবেশনৰ প্ৰতিটো অনুষ্ঠানতে অগণন জনতাই যোগদান কৰি অসম সাহিত্য সভা তথা ভাষা-সংস্কৃতিৰ প্ৰতি থকা স্বতঃস্ফূৰ্ত্ত আন্তৰিক অনুৰাগৰ সুপৰিচয় দিলে।

❋ সাহিত্য সভাৰ বুৰঞ্জীত কেৱল নলবাৰী অধিবেশনতেই সবাতোকৈ অধিক সংখ্যক জনতাৰ সমাগম হয়।



❋ সাহিত্য সভাৰ বুৰঞ্জীত সভাৰ অধিবেশনৰ লগত অনুষ্ঠিত হোৱা প্ৰদৰ্শনীৰ প্ৰতি নলবাৰী অধিবেশনতেই সবাতোকৈ অধিক সংখ্যক জনতাৰ আকৰ্ষণ পৰিলক্ষিত হয়।

❋ সাহিত্যসভাৰ বুৰঞ্জীত প্ৰদৰ্শনী মণ্ডপত আটাইতকৈ সৰহসংখ্যক পুথি বেচা যোৱাত ৰাইজৰ সাহিত্যানুৰাগৰ পৰিচয় পোৱা যায়।

❋ সাহিত্যসভাৰ বুৰঞ্জীত কেৱল নলবাৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ 'প্ৰবন্ধচয়নে' গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম-এ মহলাৰ পাঠ্যগ্ৰন্থৰূপে স্বীকৃতি পাবলৈ সক্ষম হৈছে।

❋ নলবাৰী অধিবেশনত স্থানীয় সাংস্কৃতিক অনুষ্ঠানবোৰৰ প্ৰদৰ্শনৰ বিহিত ব্যৱস্থা হাতত লোৱা হৈছিল।

টোকা :—শ্ৰীশশী শৰ্ম্মা,
নলবাৰী—

# শ্ৰীলুম্বেৰ দাইৰ ভাষণৰ অংশবিশেষ

* * * মাতৃ-ভাষাৰ প্ৰতি সকলোৰে অপৰিসীম ভাল পোৱা আছে ; যিসকলৰ ভাষা কিবা কাৰণত লোপ পাইছে সেইসকলেও তাক খানি-খুচৰি উদ্ধাৰ কৰিছে। কাৰণ ভাষা এটা নাথাকিলে জাতিটো আনৰ চকুত অস্পষ্ট হৈ পৰে। ভাষাই এটা জাতিক পোহৰাই ৰাখে। একে সংস্কৃতিৰ এটা লোকসমষ্টিক জাতি বুলিব নোৱাৰি, যদিহে সেই লোকসমষ্টিৰ এটা সমূহীয়া ভাষা নাথাকে। কিন্তু অসমীয়াসকলৰ ভাষা আছে। সেইবাবে বাহিৰৰ লোকে অসমীয়াক এটা জাতি বুলি গণ্য কৰে। আন কথাত কবলৈ গলে ভাষাই জাতিটোক জীয়াই ৰাখে। গতিকে এই কথা স্পষ্ট হৈ উঠে, যে মাতৃ-ভাষা আৰু আমাৰ স্নায়ু একে। আমাৰ সিৰা-উপসিৰাৰ লগত মাতৃ-ভাষাক গাঁথি থোৱা আছে। যেতিয়া মাতৃ-ভাষা ৰোগাক্ৰান্ত হৈ দুৰ্ব্বল হৈ পৰে তেতিয়া আমিও নিস্তেজ হৈ পৰো। গতিকে মাতৃ-ভাষাক সবল-সতেজ কৰি তুলিবলৈ প্ৰতিজন লোকেই আশাশুধীয়া ভাৱে চেষ্টা চলায়। কিন্তু ভৈয়াম-ভ্ৰমণ কৰি মই বহুত অসমীয়া দেখিলো যিসকলে অসমীয়া কিতাপ দেখিলেই নাক কোঁচায়। কয়, 'অসমীয়া কিতাপতনো কি আছে।' তাৰ মানে অসমীয়া কিতাপ-আলোচনীবোৰত থকা কথাবোৰ তেওঁলোকৰ জ্ঞানৰ ভিতৰুৱা। বোধকৰো সেইবাবেই তেওঁলোকে ল'ৰাছোৱালীক অসমীয়া



স্কুললৈ নপঠায়। গুৱাহাটীত কাৰোবাৰ ঘৰত এবাৰ সোমাইছিলো। তাত সৰু ছোৱালী এজনী আছিল। তাইক মই এনেয়ে সুধিছিলো, 'ভন্টি, তুমি কোন ক্লাচত পঢ়া?' 'ক্লাচ নহয়,' তাই ততালিকে উত্তৰ দিলে, 'Standardd, Standar, I ত পঢ়ো।' তাই স্থানীয় ইংৰাজী স্কুল এখনৰ ছাত্ৰী। মই তাইক আৰু সুধিছিলো, 'তোমালোকে অসমীয়া নপঢ়া নেকি?' 'হয়' বুলিয়েই তাই উত্তৰ দিলে। তাতোকৈ দুখ লগা কথা হৈছে অসমৰ ৰাজধানীত। জনসংখ্যা হিচাবে ৰাজধানীত অসমীয়াৰ স্থান তৃতীয়, আৰু তাত শিক্ষিত অসমীয়াৰ সংখ্যা হ'ব শতকৰা প্ৰায় ৯০ জন। কিন্তু তাত অসমীয়া ভাষা-সাহিত্য অসমীয়া লোকৰ মাহীমাক হবলৈ বাধ্য হৈছে। নহবনো কেনেকৈ? ৰাজধানীত ইমান অসমীয়া আছে তথাপি মাত্ৰ তিনিখন স্কুলতহে অসমীয়া পঢ়োৱা হয়। তাৰে মাত্ৰ এখনহে অসমীয়া স্কুল। সেইখনো ছোৱালী স্কুলহে। তেন্তে সেই হাজাৰ হাজাৰ অসমীয়া ল'ৰাছোৱালীবোৰে পঢ়ে কত? নিশ্চয় ইংৰাজী স্কুলবোৰত। কাৰণ 'অসমীয়া পঢ়ি একো লাভ নাই।'অসমীয়া পঢ়ি কোনো ডাঙৰ মানুহ নহয়। সেইবাবে মন্ত্ৰী, এম, এল, এ আৰু চৰকাৰী দফ্‌তৰৰ ডাঙৰ ডাঙৰ বিষয়াসকলৰ কথাই নাই পেটে-ভাতে খোৱা অতি সাধাৰণ মানুহবিলাকেও নিজে নাখাই-নবৈ ল'ৰাছোৱালীক ইংৰাজী স্কুললৈ পঠায়। তেওঁলোকে শিক্ষাটোক অকল ব্যৱসায়ৰ বাট বুলিয়েই ভাৱে। আৰু অকল ইংৰাজী জানিলেই ব্যৱসায়ৰ বাট মুকলি হয় যেতিয়া 'অনাহকত অসমীয়া পঢ়াৰ প্ৰয়োজন নাই।' এই সকল লোকলৈ মোৰ পুতৌ হয়! কিন্তু মোৰ ভয় হৈছে যদি ৰাজধানীৰ মানুহেই নিজৰ জিভা কাটিব পাৰে তেন্তে আন ঠাইৰ মানুহে নকটাৰ প্ৰশ্নই নুঠে। গাৰ কোনো অংশ ক্ষয় হলে তাক বৈজ্ঞানিক উপায়েৰে জোৰা লগাব পাৰি; কিন্তু জিভা কটা গলে তাক কোনো বৈজ্ঞানিকেও জোৰা লগাব নোৱাৰে। তাৰ পৰিণামস্বৰূপে অসমক আনে বোবা ৰাজ্য নুবুলিলেহে ৰক্ষা। যদি এই জিভা কটা মহাব্যাধিটো কোনো প্ৰকাৰে নিবাৰণ কৰা নহয় তেন্তে অদূৰ ভৱিষ্যতে

অসম বোবা ৰাজ্যত পৰিণত হোৱাৰ সম্ভাৱনা আছে। যিসকলৰ জিভা কটা হৈ গৈছে সেইসকলৰ জিভা জোৰা লগাবৰ উপায় নাই। কিন্তু তেওঁলোকৰ ল'ৰাছোৱালীবো যাতে জিভা কটা নহয় তাৰ বাবে উচিত ব্যৱস্থা লব লাগিব। নহলে অসমীয়া বৈয়াকৰণসকলেও তেওঁলোকৰ ব্যাকৰণ-পুথিত 'মূৰ ব্ৰাদাৰ-ইন-ল' 'চবচে লম্বা' বুলিয়েই লিখিবলৈ বাধ্য হ'ব। এনে মহাব্যাধিৰ সময়তো অসমীয়া কিতাপ-আলোচনীৰ সংখ্যা বৃদ্ধি পোৱাটো সঁচাকৈয়ে আনন্দৰ কথা। অৱশ্যে সংখ্যাৰে সাহিত্যৰ মানদণ্ড জুখিব নোৱাৰি; সাহিত্যৰ গুণাৱলীয়েই সাহিত্যৰ মানদণ্ড। আমাৰ সমালোচকসকলে যিহকে নকওক মই হলে কওঁ অসমীয়া সাহিত্য ভাৰতৰ আন আন উন্নত প্ৰাদেশিক সাহিত্যবোৰতকৈ পিচপৰা নাই। অন্ততঃ এটা অসমীয়া গল্পই ইয়াৰ প্ৰমাণ দিব পাৰিব বুলি ডাঠি ক'ব পাৰো। এই খিনিতে এইটো উল্লেখ নকৰি নোৱাৰি, যে অসমীয়া সাহিত্যই অসমীয়া ভাষাৰ দৰে নিজৰ সাহসৰ ওপৰত ভেজা দিয়েই জীয়াই থাকিবলৈ বাধ্য হৈছে। সাহিত্যক জীয়াই ৰাখিবলৈ বা সাহিত্যক শক্তিশালী কৰি তুলিবলৈ পাঠক আৰু লিখকৰ পাৰস্পৰিক সহযোগিতাৰ দৰ্কাৰ। অকল লিখক থাকিলে সাহিত্য জীয়াই থাকিব নোৱাৰে। পাঠকৰ নিতান্ত আৱশ্যক। আন কথাত কবলৈ গলে পাঠকেই সাহিত্যৰ গাদীৰ আধাৰ। গতিকে সাহিত্যক শক্তিশালী কৰি তোলাত পাঠকৰ গধুৰ দায়ীত্ব আছে। শিক্ষাৰ ব্যাপক প্ৰচাৰৰ লগে লগে অসমীয়া পাঠকৰ সংখ্যাও বৃদ্ধি পাইছে। কিন্তু পাঠকৰ সংখ্যা বৃদ্ধিয়ে এইটো নুবুজায়, যে বৰ্ত্তমান অসমীয়া কিতাপ-আলোচনীৰ বহুল বিক্ৰি হৈছে। অসমীয়া পাঠকৰ সংখ্যানুপাতে অসমীয়া কিতাপ-আলোচনীৰ বিক্ৰি বৃদ্ধি পোৱা নাই। একোখন অসমীয়া কিতাপৰ দুহাজাৰতকৈ বেছি কপি ছপা নহয়। এই দুহাজাৰ কপি পাঁচ-ছয়বছৰৰ ভিতৰতো বিক্ৰি নহয়। কেবাশ কপি প্ৰকাশকৰ নাইবা পৰিবেশকৰ গোদামত আশ্ৰয় লব লগা হয়। আৰু প্ৰায়বোৰ কিতাপৰ একতকৈ বেছি সংস্কৰণ নোলায়েই। ইয়াৰ মাই কাৰণ হ'ল অসমীয়া



পাঠকসকলে কিতাপ কিনি নপঢ়ে। এজনে এখন কিতাপ কিনিলে সেইখন বিশজনতকৈ অধিক লোকে পঢ়ে। এইদৰে অসমীয়া কিতাপৰ গ্ৰাহক নাই বাবে অসমীয়া কিতাপ প্ৰকাশ কৰিবলৈ প্ৰকাশকসকলবো আগ্ৰহ নাই। কাৰণ প্ৰকাশকসকল সাহিত্য-সেৱী হলেও ব্যৱসায়ীহে লোকচান হবলৈ কোনেও ব্যৱসায় নকৰে। আৰু পৃথিবীত এনে উদাৰ মানুহ নাই যিজনে নিজৰ ধনৰ টোপোলা ৰাইজৰ সেৱাত উদং কৰি নিজে বাটৰ ভিকহু হবলৈ ইচ্ছা কৰে। অসমীয়াসকল যে কিতাপ কিনিবলৈ অক্ষম তাত কোনো একমত হ'ব নোৱাৰে। কাৰণ ভাৰতৰ আন আন ঠাইৰ লোকৰ তুলনাত অসমীয়াসকলৰ আৰ্থিক অৱস্থা টনকিয়াল নহলেও শোচনীয় নহয়।

আগতে কৈ অহা হৈছে, যে সাহিত্যক সজাই পৰাই বিশ্ব-সাহিত্যৰ শাৰীত তুলিবলৈ পাঠকসকলৰ অৱদান অপৰিহাৰ্য্য। কিন্তু অসমীয়া পাঠকসকলে এই কথা বুজিবলৈ অলপো চেষ্টা নকৰে। অসমীয়া শিক্ষিত লোকসকলৰ ভিতৰত শতকৰা প্ৰায় সত্তৰজনে অসমীয়া কিতাপ-আলোচনী নপঢ়েই, বাকী ত্ৰিশজনৰ ভিতৰতো এজনেহে কিতাপ কিনি পঢ়ে। অসমীয়া লোকেই যদি অসমীয়া ভাষা নিশিকে, অসমীয়া লোকেই যদি অসমীয়া কিতাপ নিকিনে, তেন্তে পৃথিবীৰ কোন দেশৰ লোকে অসমীয়া শিকিবলৈ, অসমীয়া কিতাপ কিনিবলৈ আগ বাঢ়ি আহিব? এইখিনি কথা যদি অসমীয়াসকলে বেয়া পায় পাওক। কিয়নো এইখিনি কথা মই অসমীয়াসকলৰ ৰান্ধনি ঘৰৰ ভিতৰ নোসোমোৱাকৈ কোৱা নাই। ইয়াৰ লগতে মই আৰু এই কথা নকৈ নোৱাৰো, যে অসমত বহুত অনা-অসমীয়া লোক আছে। যিসকলে অসমীয়া শিকিবলৈ, ক'বলৈ, পঢ়িবলৈ খুব আগ্ৰহ প্ৰকাশ কৰে। যেনে অসমৰ নেপালীসকলে অকল অসমীয়া শিকিয়েই এৰা নাই অসমীয়া কৃষ্টিকো সাৰটি লব খোজে। মেখেলা-চাদৰ পিন্ধা নেপালী তিৰোতাক দেখা লোকসকলক এই কথা বুজাবৰ প্ৰয়োজন নাই। নেপালীসকলৰ বাহিৰেও বঙালী, পঞ্জাপী, মাৰোৱাৰী আদি লোকেও অসমীয়া ফকৰা-

যোজনা পৰ্য্যন্ত শিকিছে। তেওঁলোকৰ কিছুমানে অসমীয়া বুৰঞ্জীকে মুখস্থ কৰি লৈছে। অসমৰ ৰাজধানীৰ অসমীয়াসকল যদিও নিজৰ জিভা কটা ৰোগত আক্ৰান্ত তথাপি তাৰ থলুৱা কিছুমান লোকে অসমীয়া শিকাৰ আগ্ৰহ দেখুৱাইছে। অলপো খোকোজা নলগাকৈ সুন্দৰ অসমীয়া কোৱা খাছীলোক ৰাজধানীত বহুত দেখিছো। সেইদৰে অসমৰ আন আন জনজাতীয় লোকসকলেও অসমীয়া শিকিবলৈ আগ্ৰহ প্ৰকাশ কৰিছে। নগাসকলৰ নিজা অসমীয়া আছেই। গতিকে অসমীয়া ভাষা আৰু সাহিত্যৰ ব্যাপক প্ৰচাৰৰ দুৱাৰ মুকলি হৈ আছে। সেই বুলি কোনো এটা লোকসমষ্টিৰ ইচ্ছাৰ বিৰুদ্ধে কোনো এটা বস্তু বলেৰে জাপি দিয়াটো উচিত নহয়। তেনে কৰাটো মানৱতাৰ বাহিৰত। কিন্তু মানৱীয় বিবেচনা আৰু শক্তিৰেই অসমীয়া ভাষা আৰু সাহিত্য ব্যাপকভাৱে প্ৰচাৰ কৰিবৰ সুযোগ অসমীয়াসকলৰ যথেষ্ট আছে। কিন্তু অসমীয়াসকলেই যদি নিজৰ জিভা কাটিছে, অসমীয়াসকলেই যদি মাতৃভাষাৰ সেৱাৰ্থে পঁশিচ পইচা খৰছ কৰাটোও অপচয় বুলি ভাৱে তেন্তে অসমীয়াৰ প্ৰতি আগ্ৰহান্বিত অসমৰ এই নেপালী, বঙালী, পঞ্জাপী, মাৰোৱাৰী আৰু জনজাতীয় লোকসকল অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে আগভাগ লবলৈ নিশ্চয় অক্ষম হৈ পৰিব। অসমীয়া ভাষা-সাহিত্যৰ মৃত্যু ঘটিলে এটি বেদনাসিক্ত হুমুনিয়াহ কঢ়াৰ বাহিৰে তেওঁলোকৰ কোনো উপায় নাই। এই কথা প্ৰতিজন অসমীয়াই বুজিবৰ সময় হ'ল। কিন্তু তেওঁলোকে এতিয়াও বুজা নাই বুলিয়েই মোৰ বিশ্বাস। বোধকৰো লাহে লাহে বুজিব। কিয়নো 'লাহে লাহে' টো আমাৰ নিয়ম হৈ গৈছে। কিন্তু 'লাহে লাহে'ই কোনো এটা কামৰ বিকাশ লাভত বাধাৰহে সৃষ্টি কৰে।

গতিকে অসমীয়া ৰাইজ, অসম সাহিত্য সভা তথা অসম চৰকাৰৰ ওচৰত মোৰ আবেদন হ'ল—

(১) নিজক বুজাৰ দৰে মাতৃ-ভাষা আৰু সাহিত্যক বুজিবলৈ অসমীয়াসকলে চেষ্টা কৰক। অকল বুজিবলৈ চেষ্টাতে আৱদ্ধ নাথাকি



ইয়াক নিজৰ ৰাজহাড় বুলিয়েই গণ্য কৰক।

(২) অসমীয়া প্ৰকাশকসকলে নিস্বাৰ্থভাৱে সাহিত্য-সেৱাত আত্ম-নিয়োগ কৰক। কিন্তু সাহিত্য-সেৱাৰ নামত তেওঁলোক বাটৰ ভিকহু হোৱাটো মই কামনা নকৰো।

(৩) অসম সাহিত্য সভা আৰু অসম চৰকাৰে যুটীয়া প্ৰচেষ্টাৰে অসমীয়া ভাষা আৰু সাহিত্যৰ ব্যাপক প্ৰচাৰৰ ব্যৱস্থা কৰক।

(৪) অসম চৰকাৰে নিজৰ জিভা কটা মহাব্যাধিটো অনতিপলমে নিবাৰণ কৰক;

---

# সাহিত্য সভাৰ শাখা সভা ( ১৯৬৪-৬৫ )

[ নলবাৰী সন্মিলনৰ আগলৈকে থকা শাখা আৰু স্বীকৃত সভাৰ নাম সন্নিবিষ্ট কৰা হৈছে ]

যথাক্রমে সভাৰ নাম-ঠিকনা সম্পাদকৰ নাম দিয়া হ'ল। সম্পাদকসকলৰ নামৰ আগত সৰ্ব্বত্র 'শ্রী' প্রযোজ্য ।

## লখীমপুৰ জিলা

১। মাৰ্ঘেৰিটা শাখা সাহিত্য সভা, মাৰ্ঘেৰিটা—গজেন বৰঠাকুৰ

২। ডিগবৈ সাহিত্য সেৱা সমিতি, মলীয়াবাৰী, ডিগবৈ— ভদ্ৰকৃষ্ণ গোস্বামী

৩। ডুমডুমা সাহিত্য সভা, ডুমডুমা—ধৰ্ম্ম গগৈ

৪। তিনিচুকীয়া সাহিত্য সভা, তিনিচুকীয়া কলেজ, তিনিচুকীয়া— সিদ্ধেশ্বৰ তামুলী

৫। ডিব্ৰুগড় শাখা অসম সাহিত্য সভা, লখিমী প্ৰেছ, মানকটা ৰোড ডিব্ৰুগড়—হেৰম্ব বৰদলৈ

৬। খোৱাং সাহিত্য সভা, খোৱাংঘাট—যুগলকুমাৰ চেলেং

৭। নাহৰকটীয়া সাহিত্য সভা, নাহৰকটীয়া—তিলেন্দ্ৰনাথ মহন্ত

৮। উত্তৰ লখীমপুৰ সাহিত্য সভা, লখীমপুৰ নৰ্থ— ললিতচন্দ্ৰ শৰ্ম্মা বৰুৱা

৯। টিংখাং আলোচনা চক্ৰ, টিংখাং—কামিনী গগৈ

১০। টিপলিং সাহিত্য সভা, টিপলিং বাগিচা, জালনি ডিব্ৰুগড়— দেবেন্দ্ৰনাথ বৰদলৈ

১১। মাকুম সাহিত্য সভা, মাকুম জংচন—শ্রীজিতেন্দ্ৰনাথ শৰ্ম্মা



১২। চাঁচনি শাখা সাহিত্য সভা, চাঁচনি, নাহৰকটীয়া—বিশ্বেশ্বৰ দত্ত

১৩। ডাঙৰি সাহিত্য সভা, ডাঙৰি গাওঁ, ডুমডুমা—বিধানচন্দ্ৰ বৰা

১৪। ডুলিয়াজান সাহিত্য সভা, মেডিকেল ডিপাৰ্টমেণ্ট, অইল ইণ্ডিয়া, ডুলিয়াজান—থানেশ্বৰ তুৰুৰা

১৫। দিনজয় সাহিত্য সভা, দিনজয় সত্ৰ, চাবুৱা—যোগদানন্দ গোস্বামী

১৬। মেৰমুখ সাহিত্য সভা, মেৰমুখ পোঃ—শ্রীসৰুলতা ফুকন উঃ লঃ

১৭। ডিব্ৰুগড় বৰপথাৰ সাহিত্য সভা, বৰপথাৰ পোঃ— প্ৰবীণ কাকতি ডিব্ৰুগড়

## শিৱসাগৰ জিলা

১৮। মৰাণ শাখা সাহিত্য সভা, মৰাণহাট—দেৱী চুতীয়া

১৯। ডিমৌ সাহিত্য সভা, ডিমৌ—মোহনৰাম শইকীয়া

২০। ৰংপুৰ সাহিত্য সভা, আমোলাপটি, শিৱসাগৰ— প্ৰফুল্লচন্দ্ৰ বেজবৰুৱা

২১। সোণাৰি সাহিত্য সভা, বেঙেনাবাৰী—নীলকান্ত বৰুৱা

২২। দিখৌমুখ সাহিত্য সভা, দিখৌমুখ—কমলা শইকীয়া

২৩। চাৰিং সাহিত্য সভা, চাৰিং—ধৰ্ম্মেশ্বৰ নাথ

২৪। নাজিৰা সাহিত্য সভা, নাজিৰা—মতিদেৱ শৰ্ম্মা শাস্ত্রী

২৫। জাঁজী সাহিত্য সভা, জাঁজী—অতুল বৰঠাকুৰ

২৬। টিয়ক সাহিত্য সভা, চন্দ্ৰকমল বেজবৰুৱা কলেজ, টিয়ক— শিৱৰাম বৰা

২৭। যোৰহাট সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট— দেৱপ্ৰসাদ বৰুৱা

২৮। পশ্চিম যোৰহাট সাহিত্য সভা, পুলিবৰ, যোৰহাট —ব্ৰজগোপাল ভট্টাচাৰ্য্য

২৯। মৰিয়নী সাহিত্য সভা, মৰিয়নী—ৰাধাপ্ৰসাদ বৰুৱা

৩০। কমাৰবন্ধা সাহিত্য সভা, কমাৰবন্ধা—সত্যপ্ৰসাদ মিশ্ৰ

৩১। গোলাঘাট সাহিত্য সভা, গোলাঘাট—দেৱেশ্বৰ বাজখোৱা

৩২। প্ৰগতি অসম সাহিত্য সভা, বেটীয়নী বাগান, শাঁওতলি —উমেশ্বৰ গোস্বামী

৩৩। তিতাবৰ সাহিত্য সভা, তিতাবৰ—হেমকান্ত গোহাঁই

৩৪। চাৰিগাওঁ সাহিত্য পৰিষদ, চেঙেলীগাওঁ, যোৰহাট— দুৰ্গেশ্বৰ বৰা

৩৫। উদয় সাহিত্য সভা, হাতীয়ে খোৱা—মহেন্দ্ৰনাথ নেওগ

৩৬। আলোক সাহিত্য সভা, নকছাৰী—মিলেশ্বৰ গোহাঁই

৩৭। কুৰালগুৰি সাহিত্য সভা, বৰুৱাবামুণগাওঁ—অৰুণ গোস্বামী

৩৮। জ্যোতি সাহিত্য সভা, ঢেকিয়াল—প্ৰেমধৰ শইকীয়া

৩৯। মুকুল সাহিত্য সঙ্ঘ, শলগুৰি নং ২—খগেন্দ্ৰনাথ ভূঞা

৪০। ন-আলি ঢেকিয়াজুলি সাহিত্য সভা, ন-আলি ঢেকিয়াজুলি —পৰেশ বৰুৱা

৪১। পশ্চিম ঘিলাধাৰী সাহিত্য সভা, নোগোৰা হাইস্কুল, ঘিলাধাৰী ওৱাটিং—ৰমেশচন্দ্ৰ ভঁৰালী

৪২। বালিগাওঁ সাহিত্য সভা, কোৰোকাতলি, যোৰহাট —তৰনীধৰ বৰুৱা

৪৩। পূব ঘিলাধাৰী সাহিত্য সভা, ঊষা বাগান, ফৰকাটিং —দেৱেন্দ্ৰনাথ মহন্ত

৪৪। আমগুৰি সাহিত্য সভা, হাইস্কুল, আমগুৰি—অৰুণ মহন্ত

৪৫। কোঁৱৰপুৰ সাহিত্য সভা, কোঁৱৰপুৰ—বুদ্ধেশ্বৰ বুঢ়াগোহাঁই

৪৬। বকতা সাহিত্য সভা, নেমুগুৰি—হেম বুঢ়াগোহাঁই

৪৭। জ্ঞানোদয় সাহিত্য সভা, চকিমুখ, ফুলনিবাৰী—জনেশকুমাৰ গগৈ

৪৮। চেলেংহাট সাহিত্য সভা, হাইস্কুল, চেলেংহাট—সচ্চিদানন্দ মেধি

৪৯। মৰঙি প্ৰগতি সাহিত্য সভা, মৰঙি চাৰিআলি, মৰঙি —পূৰ্ণকান্ত শইকীয়া

৫০। ধিতাইপুখুৰী সাহিত্য সভা, ধিতাইপুখুৰী—ডম্বৰু কাকতি

৫১। মেটেকা সাহিত্য সভা, মেটেকা—গকুল কাকতি



৫২। সেউজী কানন সাহিত্য সভা, হাইস্কুল, বৰহোলা—অমূল্য সন্দিকৈ

৫৩। দিচৈনগৰ শাখা সাহিত্য সভা, দিচৈনগৰ—দেৱেন্দ্ৰনাথ শইকীয়া

৫৪। নিতাইপুখুৰী সংস্কৃতি সঙ্ঘ, নিতাইপুখুৰী—বিদ্যাধৰ হাজৰিকা

৫৫। কল্যাণী সাহিত্য সভা, নাওবৈচা গাওঁ, দিচৈনগৰ, কল্যাণী —নগেন্দ্ৰনাথ বৰা

৫৬। পূৰতী সাহিত্য সভা, বোকাখাট—ভূপেন হাজৰিকা, জগতচন্দ্ৰ শইকীয়া

৫৭। চণ্টক সাহিত্য সভা, চণ্টক—ৰুক্মীনাথ শৰ্ম্মা

৫৮। গড়মূৰ সাহিত্য সাহিত্য সভা, গড়মূৰ সত্ৰ, মাজুলী— কমলচন্দ্ৰ দত্ত

৫৯। তামুলীছিগা সাহিত্য সভা, হাইস্কুল, তামুলীছিগা—নৰেশ্বৰ বৰা

৬০। ধ্ৰুৱজ্যোতি সাহিত্য সভা—চুচনচন্দ্ৰ কোঁৱৰ দিছাংপানী শিৱসাগৰ

## নগাওঁ জিলা

৬১। কলিয়াবৰ সাহিত্য সভা, শাকমুঠি গাওঁ, হাটবৰ— বিষ্ণুপ্ৰসাদ বৰা

৬২। নগাওঁ সাহিত্য সভা, নগাওঁ—অমূল্য নাথ

৬৩। হাতীচোং সাহিত্য সভা, চকলাঘাট—চক্ৰধৰ হাজৰিকা

৬৪। ঢিং সাহিত্য সভা, ঢিং—দেৱেন্দ্ৰনাথ হাজৰিকা

৬৫। লামডিং সাহিত্য সভা, অসমীয়া হাইস্কুল, লামডিং —ৰত্নকান্ত দেৱনাথ

৬৬। যমুনামুখ সেউজী সঙ্ঘ, হাইস্কুল, যমুনামুখ—কুশলচন্দ্ৰ বৰা

৬৭। মনচুন কলা পৰিষদ—কৃষ্ণকুমাৰ ডেকা, নগাওঁ

## দৰং জিলা

৬৮। মঙলদৈ সাহিত্য সভা, মঙলদৈ—ভৱানন্দ ৰাজখোৱা

৬৯। ওদালগুৰি সাহিত্য সভা, ওদালগুৰি—ক্ষিতেশ্বৰ শৰ্ম্মা

৭০। ঢেকিয়াজুলি সাহিত্য সভা, ঢেকিয়াজুলি—প্ৰমোদচন্দ্ৰ শৰ্ম্মা
৭১। চতিয়া সাহিত্য সভা, চতিয়া—লীলা কটকী
৭২। মধ্য ছয়দুৱাৰ সাহিত্য সভা, বৰঙাবাৰী—দুৰ্গা বৰা
৭৩। বিশ্বনাথ চাৰিআলি সাহিত্য সভা, পোঃ চাৰিআলি—তুলসী ফুকন
৭৪। কলাবাৰী সাহিত্য সভা, হাৰাজান, কলাবাৰী—দেউকণ শৰ্ম্মা
৭৫। সূৰ্য্যোদয় সংঘ তেজপুৰ, তেজপুৰ—বৃন্দাবন গোস্বামী
৭৬। টংলা সাহিত্য সভা, টংলা—গোলোক চহৰীয়া

## কামৰূপ জিলা

৭৭। গুৱাহাটী সাহিত্য সভা, গুৱাহাটী—জাহিদ চৌধুৰী
৭৮। সৰিতা সভা, উজান বজাৰ গুৱাহাটী—নৰেন্দ্ৰনাথ শৰ্ম্মা
৭৯। নলবাৰী সাহিত্য সমাজ, নলবাৰী কলেজ, নলবাৰী
—উমাকান্ত শৰ্ম্মা
৮০। মাজিৰগাওঁ সাহিত্য সভা, পলাশবাৰী—আদ্যনাথ গোস্বামী
৮১। জ্ঞানোদয় সমাজ, হাইস্কুল, বৰকুৰিহা, গঙ্গাপুখুৰী
—ব্ৰজপতি মহন্ত
৮২। টিহু সাহিত্য সভা, টিহু—মহাদেৱ গোস্বামী
৮৩। নৰোদয় সাহিত্য সভা, ককয়া—প্ৰতাপচন্দ্ৰ ভাগৱতী
৮৪। বৰপেটা সাহিত্য সভা, বৰপেটা—ৰঞ্জিত পাঠক
৮৫। পকোৱা মৌজা সাহিত্য সভা, বনগ্ৰাম, নলবাৰী
—কামাখ্যা ভাগৱতী
৮৬। বৰ্ণিয়া আলোচনা চক্ৰ, বৰ্ণিয়া—নীলকান্ত মহন্ত
৮৭। বৰক্ষেত্ৰি সাহিত্য সভা, দাগাপাৰা—ৰমেশচন্দ্ৰ ডেকা
৮৮। পাঠশালা শাখা সাহিত্য সভা, পাঠশালা—মুনীন্দ্ৰনাথ শৰ্ম্মা
৮৯। বৰমা সাহিত্য সভা, পোঃ বৰমা, কামৰূপ—ইছলামুদ্দিন আহমদ
৯০। গুৱালকুছি সাহিত্য সভা,—শৰৎচন্দ্ৰ মেধি, যোগেন্দ্ৰ কলিতা
যুটীয়া সম্পাদক,গুৱালকুছি



## গোৱালপাৰা জিলা

৯১। অভয়াপুৰী সাহিত্য সভা, অভয়াপুৰী—ৰমেশচন্দ্ৰ নাথ
৯২। বিজনী শাখা সাহিত্য সভা, বিজনী—উদয় দাস
৯৩। প্ৰতাপগঞ্জ সাহিত্য সভা, মটেৰঝাৰ—খলিলুৰ ৰহমান

## উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ

৯৪। ডিফু সাহিত্য সভা, ডিফু—পদ্মকান্ত বৰুৱা

## কাছাৰ জিলা

৯৫। শিলচৰ সাহিত্য সভা, গাওঁ বোৱালজুৰ, শিঙ্গাৰী—ৰমণ সিংহ
৯৬। ঝাপিৰবন্দ সাহিত্য সভা, ঝাপিৰবন্দ গাওঁ, উদৰবন্দ
—কৃষ্ণমোহন ৰাজবংশী

## খাছি আৰু জয়ন্তীয়া পাহাৰ

৯৭। শ্বিলং মুকুল সঙ্ঘ, জ্ঞানশ্ৰী, মতিনগৰ—গুৰুদত্ত ভাগৱতী

## নগাভূমি

৯৮। কহিমা সাহিত্য সভা, কহিমা—বছিদ আলি
৯৯। ডিমাপুৰ সাহিত্য সভা, মণিপুৰ ৰোড—নৱীনচন্দ্ৰ বসুমতাৰী

---

# অসম সাহিত্য সভাৰ স্বীকৃত সভা

যথাক্ৰমে সভাৰ নাম, ঠিকনা আৰু সম্পাদকৰ নাম দিয়া হ'ল।
সম্পাদকসকলৰ নামৰ আগত সৰ্ব্বত্ৰ 'শ্ৰী' প্ৰযোজ্য।

## লখীমপুৰ জিলা

১। তৰুণ সাহিত্য সঙ্ঘ, গোৰাল চাপৰি, ধেমাজি—জয়ৰাম বৰগোহাঁই

## শিৱসাগৰ জিলা

২। শান্তি সাহিত্য মন্দিৰ, নমাটি নাজিৰা—ভোলানাথ দত্ত

৩। জ্যোতি প্ৰকাশ সাহিত্য সভা, যদুমণি ছপাখানা, গোলাঘাট —পূৰ্ণচন্দ্ৰ গোস্বামী

৪। কুকুৰাবাহী যুৱক সঙ্ঘ, কুকুৰাবাহী—গোলোকচন্দ্ৰ বৰা

৫। সাহিত্য চ'ৰা—গোহাঁইটেকেলা গাওঁ, যোৰহাট—বোধেশ্বৰ বৰা

## নগাওঁ জিলা

৬। কলংপৰীয়া আলোচনা চক্ৰ, কলংপাৰ, নগাওঁ—ৰমেশচন্দ্ৰ ফুকন

৭। মলয়া আলোচনা চক্ৰ, চৰাইবাহী, নগাওঁ—পূৰ্ণকান্ত নাথ

## দিল্লী

৮। দিল্লী অসমীয়া ছাত্ৰ সম্মিলন, ১৮ জুবিলী হল, দিল্লী বিশ্ববিদ্যালয়, দিল্লী ৬—দিলীপকুমাৰ বৰুৱা

## কামৰূপ

৯। বেজবৰুৱা সাহিত্য পৰিষদ, গুৱাহাটী—বেণুকা বৰুৱা

১০। সাহিত্য বিকাশ চ'ৰা, গুৱাহাটী—বিপিনচন্দ্ৰ গোস্বামী

## দৰং

১১। তেজপুৰ অঃ ভাঃ উঃ সাহিত্য সভা, তেজপুৰ—পদ্মেশ্বৰ বৰঠাকুৰ

---

# ॥ অসম সাহিত্য সভাৰ প্ৰকাশন ॥

## ॥ সম্পাদিত প্ৰাচীন কাব্য আদি ॥

॥ **হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ** ॥ ডক্টৰ মহেশ্বৰ নেওগ-সম্পাদিত ॥ ২'০০ ॥ ১৯৫৪ ॥ ক্ৰাউন অক্টেভো ৪৬+১৩৫ ॥ পিঠি ॥

॥ **ভাগৱত মিশ্ৰৰ সাত্বত-তন্ত্ৰ** ॥ শৰৎচন্দ্ৰ গোস্বামী-সম্পাদিত ॥ ০'৬০ ॥ ১৯৪৩ ॥ ক্ৰাউন অক্টেভো ১০+৯০ পিঠিত ॥

॥ **ৰলোৰাম দ্বিজৰ শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ** ॥ দেৱেশ্বৰ চলিহা-সম্পাদিত ॥ ১৯৩৩ ॥ ডবল ক্ৰাউন অক্টেভো ৬+১২৭ ॥ ১'০০ ॥

॥ **ৰমাকান্ত দ্বিজৰ শ্ৰীশ্ৰীবনমালীদেৱৰ চৰিত্ৰ** ॥ শৰৎচন্দ্ৰ গোস্বামী-সম্পাদিত ॥ ১৯২৭ ॥ ক্ৰাউন অক্টেভো ১৬+১০৪+৭ ॥ পিঠি ॥ ০'৭৫ ॥

॥ **নীলকণ্ঠ দাসৰ শ্ৰীশ্ৰীদেৱদামোদৰ চৰিত্ৰ** ॥ শৰৎচন্দ্ৰ গোস্বামী-সম্পাদিত ॥ ১৯২৭ ॥ ক্ৰাউন অক্টেভো ৪৯+২০১ ॥ ১৯২৭ ॥ ০'৮৭ ॥

## সম্পাদিত অৰুনোদই যুগৰ লেখা ॥

॥ **কামিনীকান্তৰ চৰিত্ৰ** ( এ. কে. গাৰ্নী ) ॥ ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত ॥ ১৯৬০ ॥ ডিমাই অক্টেভো ২৯+৫৪ পিঠি ॥ ২'০০ ॥

॥*॥ **অৰুণোদইৰ ধলফাট** ॥ ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা-সঙ্কলিত ডক্টৰ মহেশ্বৰ নেওগৰ সমীক্ষামূলক ভূমিকা সম্বলিত ॥ ১৯৬৪ ॥ ডিমাই অক্টেভো পিঠি ॥ ২'০০ ॥

---

* তাৰকা-চিহ্নিতসমূহসভাৰ নৱতম প্ৰকাশন ( ১৯৬১-১৯৬৪ ৰ ভিতৰৰ )

## ॥ সম্পাদিত শ্ৰেষ্ঠ আধুনিক লেখা

॥ **অসমীয়া ভাষা** ॥ আনন্দৰাম ঢেকিয়াল ফুকনৰ A Few Remarks on the Assamese Language, and Vernacular Education in Assam পুথিৰ অনুবাদ ॥ ডক্টৰ মহেশ্বৰ নেওগ-অনূদিত আৰু সম্পাদিত ॥ ১৯৫৯ ॥ ডিমাই অক্টেভো ৬৬ পিঠি ॥ ॥০'৫০ ॥

॥❋॥ **তত্ত্ব-কথা** ॥ লক্ষ্মীনাথ বেজবৰুৱা। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত ॥ ১৯৬৩ ॥ ডিমাই অক্টেভো ৮+১৮৩ পিঠি ॥৪'০০ ॥

॥❋॥ **মোৰ জীৱন-সোঁৱৰণ** ॥ ( লক্ষ্মীনাথ বেজবৰুৱা ) ॥ শ্ৰীযতীন্দ্ৰনাথ গোস্বামী সংগৃহীত আৰু ডক্টৰ মহেশ্বৰ নেওগ-সম্পাদিত ॥ ১৯৬১ ॥ ডিমাই অক্টেভো ১২+২০১ পিঠি ॥ ৫'০০ ॥

॥❋॥ **অসমীয়া খণ্ডবাক্য-কোষ** ( বেণুধৰ ৰাজখোৱা ) ॥ ডক্টৰ মহেশ্বৰ নেওগ-সম্পাদিত, সংবৰ্দ্ধিত আৰু পৰিশিষ্ট-সম্বলিত ॥ ১৯৬১ ॥ ডিমাই অক্টেভো ৫০+৩৪৩ পিঠি ॥ ৯'০০ ॥

## ॥ সম্পাদিত লোকগীতি ॥

॥ **অসমীয়া লোকগীতি-সংগ্ৰহ** ॥ শ্ৰীযোগেশচন্দ্ৰ তামুলী-সংগৃহীত শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত ॥ ১৯৬০ ॥ ডিমাই অক্টেভো ১১+২১০ পিঠি ॥ ৬'০০ ॥

## ॥ সম্পাদিত সংস্কৃত ৰূপক ॥

॥ ❋ ॥ **ৰূপকত্ৰয়ম্** ॥ সংস্কৃত ॥ কৰিচন্দ্ৰ, গৌৰীকান্ত আৰু দীন দ্বিজ ॥ ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মা—সম্পাদিত ॥ ১৯৬২ ॥ ৰয়েল অক্টেভো ১৬+১৩৮ পিঠি ॥ ৪'০০ ॥



## ॥ সংস্কৃতি, ধৰ্ম্ম, জাতি আৰু জনজাতি ॥

॥ **পৱিত্ৰ অসম** ॥ মঠ-মন্দিৰ, তীৰ্থ-পীঠ, সত্ৰ-থান, দৰগাহ, গীৰ্জ্জা আদিৰ বিৱৰণ ॥ ডক্টৰ মহেশ্বৰ নেওগ-সম্পাদিত ॥ ১৯৬০ ডিমাই অক্টেভো ৪৮+৩২০ পিঠি, চিত্ৰাৱলীৰে ॥১১'০০ ॥

॥ **বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা** ॥ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা-সম্পাদিত ॥ ২'০০ ॥

॥ **চাহ-বাগিচাৰ বনুৱা** ॥ শ্ৰীনকুলচন্দ্ৰ ভূঞা ॥ ১৯৬০ ॥ ডিমাই অক্টেভো ৭৮ পিঠি ॥ ১'২৫ ॥

॥ **সীমান্তৰ সন্দেশ** ॥ শ্ৰীপৰাগধৰ চলিহা-সম্পাদিত ॥ ১৯৫৮ ॥ ডিমাই অক্টেভো ৮+২০০ পিঠি ॥ ২'০০ ॥

॥ **The Outlook on NEFA** ॥ শ্ৰীপৰাগধৰ চলিহা-সম্পাদতি ॥ ১৯৫৮ ॥ ডিমাই অক্টেভো ৬+১৩৪ পিঠি ॥ ২'০০ ॥

॥ **This is Assam** ॥ শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য সঙ্কলিত ॥ ১৯৫৮ ॥ ডিমাই অক্টেভো ৯২ পিঠি ॥ ২'০০ ॥

॥ * ॥ **মিকিৰ জনজাতি** ॥ শ্ৰীলংকাম টেৰণ ॥ ১৯৬১ ॥ ডিমাই অক্টেভো ৩২ পিঠি ১'০০ ॥

॥ * ॥ **অসমৰ জনজাতি** ॥ শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য-সম্পাদিত ॥ ১৯৬২ ॥ ডিমাই অক্টেভো ১৬+৩৩৩ পিঠি, চিত্ৰাৱলীৰে ॥১০'০০ ॥

## ॥ ভাষা, শিক্ষা সংস্কৃতিৰ সমস্যা ॥

॥ ❋ ॥ **সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি** ॥ ডক্টৰ মহেশ্বৰ নেওগ ॥ ১৯৬২ ॥ ডিমাই অক্টেভো ১০০ পিঠি ॥ ২'০০॥

॥ * ॥ **Assams Language Question : A Symposium** ॥ কেইবাজনো প্ৰথিতযশা লেখকৰ আলোচনা ॥ ডক্টৰ মহেশ্বৰ নেওগ সম্পাদিত ॥ ১৯৬১ ॥ ডিমাই অক্টেভো ৬২ পিঠি ॥ ১'০০ ॥

॥ প্ৰাথমিক ভাষা শিক্ষা পুথি ॥

॥ ❋ ॥ Assamese for All, or, Assamese Self-taught ॥ ডক্টৰ মুকুন্দমাধৱ শৰ্ম্মা ॥ ১৯৬৩ ॥ ডিমাই অক্টেভো ১২২ পিঠি ॥ ২·০০॥

॥ ❋ ॥ आपकी असमी, या असमीया स्वयं शिक्षक ॥ হিন্দী ॥ ডক্টৰ মুকুন্দ-মাধৱ শৰ্ম্মাৰ Assamese for All পুথিৰপৰা শ্ৰীপৰেশচন্দ্ৰ দেৱশৰ্ম্মা অনূদিত ॥ ১৯৬৩ ॥ ডিমাই অক্টেভো ১৩৭ পিঠি ॥ ২·০০ ॥

॥ ❋ ॥ Anatangari Asimiyako Skiani ॥ গাৰো ॥ ডক্টৰ মুকুন্দ-মাধৱ শৰ্ম্মাৰ Assamese for All পুথিৰপৰা শ্ৰীহৰেন্দ্ৰ ডব্লিউ মাৰাকৰ দ্বাৰা অনূদিত ॥ ২·০০ ॥

॥❋॥ Asamiya la Baroh Lane Asamiya Hikai-hi ॥ ॥খাছি ॥ ডক্টৰ মুকুন্দমাধৱ শৰ্ম্মাৰ Assamese for All পুথিৰপৰা কুমাৰী ডি. ফ্ৰেঙ্কলিনৰ দ্বাৰা অনূদিত ॥ ২·০০ ॥

॥ নীলাচলপাঠ ॥ আও নগা ভাষা শিকা পুথি ॥ শ্ৰীমহেন্দ্ৰনাথ সভাপণ্ডিত ॥১৯৫৭॥ ক্ৰাউন অক্টেভো ১৪৫ পিঠি ॥ ১·০০ ॥

॥ জীৱনী আৰু জীৱনীমূলক আলোচনা ॥

॥ ❋ ॥ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া ॥ শ্ৰীনকুলচন্দ্ৰ ভূঞা ॥১৯৬১ ॥ ডিমাই অক্টেভো ১০ + ১৩৪ পিঠি ॥ ৩·০০ ॥

॥ ৰাধাকান্ত সন্দিকৈ ॥ শ্ৰীহৰিপ্ৰসাদ নেওগ ॥ ১৯৬০ ॥ ক্ৰাউন অক্টেভো ৩০ পিঠি ॥০·৭৫ প. ॥

॥ ❋ ॥ কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা ॥ শ্ৰীকমলেশ্বৰ শৰ্ম্মা ॥ ১৯৬১ ॥ ডিমাই অক্টেভো ৮ + ৮৬ পিঠি ॥ ২·৫০ ॥

॥ ❋ ॥ জয়মতী আৰু মূলা গাভৰু ॥ শ্ৰীলীলা গগৈ ॥ ১৯৬২ ॥ ডিমাই অক্টেভো ২৯ পিঠি ॥ ০·৬০ ॥

॥ আনন্দৰাম ঢেকিয়াল ফুকন ॥ শ্ৰীযতীন্দ্ৰনাথ গোস্বামী-সম্পাদিত ॥ ১৯৫৯ ॥ ডিমাই অক্টেভো ৩০ পিঠি ॥ ০·৩৬ ॥



॥ সাহিত্য সমালোচনা ॥

॥❋॥ সাহিত্য-সমীক্ষা ॥ ডক্টৰ মহেশ্বৰ নেওগ আৰু শ্ৰীহেমন্তকুমাৰ শৰ্ম্মা-সম্পাদিত ॥ ১৯৬৩ ॥ ডিমাই অক্টেভো ২৩৪ পিঠি ॥ ৬·০০ ॥

॥ অনূদিত শ্ৰেষ্ঠ সংস্কৃত লেখা ॥

॥❋॥ মুদ্ৰাৰাক্ষস ॥ কবি বিশাখদত্ত ॥ শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা-অনূদিত । ১৯৬৩ ॥ ডিমাই অক্টেভো ১৭ + ১০০ পিঠি ॥ ৩·০০ ॥

॥ ❋ ॥ কৰ্পূৰমঞ্জৰী ॥ কবিৰাজ ৰাজশেখৰ ॥ ডক্টৰ মুকুন্দমাধৱ শৰ্ম্মা-অনূদিত ॥ ১৯৬৩ ডিমাই অক্টেভো ১২+৫০ পিঠি ॥ ১·০০ ॥

॥ ❋ ॥ সাহিত্যদৰ্পণ ॥ বিশ্বনাথ কবিৰাজ ॥ শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী-অনূদিত ॥ ১২·০০ ॥

॥ বাৰ্ষিক সন্মিলনৰ অভিভাষণ আৰু বিৱৰণ ॥

অসম সাহিত্য সভাৰ ভাষণাৱলী ॥ প্ৰথম ভাগ ॥ প্ৰথমৰপৰা দ্বাদশ মূল সন্মিলনৰ সভাপতিৰ অভিভাষণ । শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা সম্পাদিত ॥ ১৯৫৫ ॥ ৰয়েল অক্টেভো ২৪ + ২৫৬ পিঠি ॥ ৮·০০ ॥

॥ অসম সাহিত্য সভাৰ ভাষণাৱলী ॥ দ্বিতীয় ভাগ ॥ ত্ৰয়োদশৰপৰা পঞ্চবিংশ মূল সন্মিলনৰ সভাপতিৰ ভাষণ ॥ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত ॥ ১৯৫৭ ॥ ৰয়েল অক্টেভো ২৯ + ২৬৪ পিঠি ॥ ৮·০০ ॥ প্ৰথম দুই ভাগ ১৪·০০

॥ ❋ ॥ অসম সাহিত্যসভাৰ ভাষণাৱলী ॥ তৃতীয় ভাগ ॥ প্ৰথম বাৰখন বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ ॥ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীযতীন্দ্ৰনাথ গোস্বামী-সম্পাদিত ॥ ১৯৬১ ॥ ৰয়েল অক্টেভো ৭ + ২৩৮ পিঠি ॥ ৭·০০ ॥

॥ অসম সাহিত্য সভা বাৰ্ষিকী ॥ প্ৰথম ভাগ ॥ ত্ৰয়োবিংশ ( যোৰহাট ) সন্মিলনৰ অভিভাষণসমূহ ॥ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত ॥ ১৯৫৫ ॥ ক্ৰাউন অক্টেভো ১৪০ পিঠি ॥ ২·০০ ॥

॥ অসম সাহিত্য সভা বাৰ্ষিকী ॥ দ্বিতীয় ভাগ ॥ চতুৰ্ব্বিংশ ( গুৱাহাটী )

॥❋॥ **সন্মিলনৰ অভিভাষণসমূহ** ॥ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা সম্পাদিত ॥ ১৯৫৬ ॥ ক্ৰাউন অক্টেভো ১৫৪ পিঠি ॥ ২.০০ ॥

॥❋॥ **অসম সাহিত্য সভা বাৰ্ষিকী, গোৱালপাৰা ( উনত্ৰিংশ ) সন্মিলন** ॥ ডক্টৰ মহেশ্বৰ নেওগ সম্পাদিত ॥ ১৯৬২ ॥ ডিমাই অক্টেভো ১৮০ পিঠি ॥ ৩.০০ ॥

॥❋॥ **অসম সাহিত্য সভা বাৰ্ষিকী, নাজিৰা ( ত্ৰিংশ ) সন্মিলন** ॥ ডক্টৰ মহেশ্বৰ নেওগ সম্পাদিত ॥ ১৯৬৪ ॥ ডিমাই অক্টেভো ২৫২ পিঠি ॥ ৩.০০ ॥

॥❋॥ **অসম সাহিত্য সভা বাৰ্ষিকী, ডিগবৈ ( একোত্তৰত্ৰিংশ ) সন্মিলন** ॥ ডক্টৰ মহেশ্বৰ নেওগ সম্পাদিত ॥ ১৯৬৪ ॥ ডিমাই অক্টেভো ১৬২ পিঠি ॥৩.০০ ॥

॥❋॥ **অসম সাহিত্য সভা বাৰ্ষিকী, দ্বাত্ৰিংশত্তম নলবাৰী সন্মিলন** ॥ শ্ৰীহৰিপ্ৰসাদ নেওগ সম্পাদিত ॥ ডিমাই অক্টেভো ২২০ পিঠি, ॥৩.০০॥

## গল্প আৰু সাধুকথা

॥❋॥ **নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প** ॥ শ্ৰীহেমন্তকুমাৰ শৰ্ম্মা সম্পাদিত ॥ ১৯৬৩ ॥ ডিমাই অক্টেভো ৩২ + ১৬২ পিঠি ॥ ৪.০০ ॥

॥❋॥ **উদয়াচলৰ সাধু** ॥ শ্ৰীলুম্বেৰ দাই ॥১৯৬০ ॥ ডিমাই অক্টেভো ৬১ পিঠি ॥২.০০ ॥

॥❋॥ **অসম জনজাতীয় সাধু** ॥ শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত ॥১৯৬২॥ ডিমাই অক্টেভো ১৯ + ৩৬০ পিঠি ॥ ১০.০০ ॥

## ॥ সঙ্কটকালীন প্ৰকাশন ॥

॥❋॥ **অশান্ত হিমালয় সীমান্তৰ আহ্বান** ॥ ১৯৬২ ॥ ক্ৰাউন অক্টেভো ১৬ পিঠি ॥ ০.৩০ ॥

॥❋॥ **ৰণ-ঝঙ্কাৰ** ॥ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ॥ ১৯৬২ ॥ ক্ৰাউন অক্টেভো ১৬ পিঠি ॥ ০.২০ ॥



॥ **ৰণ-নিনাদ** ॥ ক্ৰাউন অক্টেভো ১৬ পিঠি ॥ ০.২০ ॥

॥ **মুখপত্ৰ** ॥

॥ **অসম সাহিত্য সভা পত্ৰিকা** ॥ বছৰত চাৰি সংখ্যাকৈ প্ৰকাশিত ॥ ইত্যাদি—

### পোৱা ঠাই

॥ প্ৰধান সম্পাদক, অসম সাহিত্য সভা ॥
॥ চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট ॥

---

## নলবাৰী অধিবেশনৰ মুখ্য অতিথিসকল

১। শ্ৰীডিম্বেশ্বৰ নেওগ, মূল সভাৰ সভাপতি
২। শ্ৰীমহাদেৱ শৰ্ম্মা, মূল অধিবেশনৰ উদ্বোধক
৩। শ্ৰীহেম বৰুৱা, আলোচনা চক্ৰৰ সভাপতি
৪। শ্ৰীমুক্তিনাথ বৰদলৈ, সঙ্গীত সন্মিলনৰ সভাপতি
৫। শ্ৰীগোপালজী মেহ্ৰোত্ৰা, সঙ্গীত সন্মিলনৰ উদ্বোধক
৬। শ্ৰীহৰেকৃষ্ণ মহাতাব, মূল অধিবেশনৰ মুখ্য অতিথি
৭। শ্ৰীসৰ্বেশ্বৰ বৰুৱা, বুৰঞ্জী শাখাৰ সভাপতি
৮। শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰ, কবি সন্মিলনৰ সভাপতি
৯। শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী, প্ৰদৰ্শনী উদ্বোধক।

## নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্য্যনিৰ্ব্বাহক সভা

১। অধ্যক্ষ শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, সভাপতি
২। উপাধ্যক্ষ শ্ৰীপ্ৰভাতচন্দ্ৰ গোস্বামী, উপ সভাপতি
৩। ডাঃ শ্ৰীগিৰীশ চৌধুৰী, ”
৪। শ্ৰীহৰিচৰণ পাঠক, ”
৫। ডাঃ শ্ৰীহৰেকৃষ্ণ গোস্বামী, সাধাৰণ সম্পাদক
৬। ডাঃ শ্ৰীনৃপেন্দ্ৰমল্ল বৰুৱা, ”
৭। অধ্যাপক শ্ৰীউমাকান্ত শৰ্ম্মা, সহকাৰী সম্পাদক
৮। অধ্যাপক শ্ৰীঈশ্বৰচন্দ্ৰ বৰুৱা, ”
৯। শ্ৰীশশিভূষণ চৌধুৰী, ”
১০। শ্ৰীমক্ছেদ আলি, ”
১১। শ্ৰীপ্ৰফুল্ল মহন্ত, সদস্য
১২। শ্ৰীহিতেশ্বৰ গোহাঁই ”
১৩। শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা ”
১৪। শ্ৰীকৰুণাকান্ত শৰ্ম্মা, ”
১৫। শ্ৰীবাসুদেৱ শৰ্ম্মা, ”
১৬। শ্ৰীমহেন্দ্ৰনাৰায়ণ চৌধুৰী ”
১৭। শ্ৰীদুৰ্গাদত্ত আগৰৱালা, ”
১৮। শ্ৰীসুৰেন্দ্ৰ নাথ শৰ্ম্মা, ”
১৯। শ্ৰীপূৰ্ণচন্দ্ৰ শইকীয়া, ”
২০। শ্ৰীচুলতান চেলজুক আহমদ, ”
২১। শ্ৰীনজিবুৰ ৰহমান, ”
২২। শ্ৰীমেছেৰ আলি ”

## অভ্যৰ্থনা সমিতিৰ বিভাগীয় সমিতিৰ সভাপতি আৰু সম্পাদকসকল

প্ৰদৰ্শনী ঃ—শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, সভাপতি
শ্ৰীপ্ৰফুল্ল ডেকা, উপ সভাপতি
শ্ৰীহৰিদত্ত শৰ্ম্মা, সম্পাদক
শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মা, সম্পাদক

স্মৃতি গ্ৰন্থ ঃ—শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, সম্পাদক
শ্ৰীশশী শৰ্ম্মা, সহকাৰী, সম্পাদক

ৰভা ঃ—শ্ৰীনজিবুৰ ৰহমান, সভাপতি
শ্ৰীঈশ্বৰ চন্দ্ৰ বৰুৱা, সম্পাদক

থকা মেলা ঃ—শ্ৰীপ্ৰতাপচন্দ্ৰ তালুকদাৰ, সভাপতি
শ্ৰীৰামচৰণ ডেকা, সম্পাদক

খাদ্য ঃ—শ্ৰীপ্ৰভাতচন্দ্ৰ গোস্বামী, সভাপতি
শ্ৰীমহেন্দ্ৰ নাথ শৰ্ম্মা, সম্পাদক

পানী যোগান আৰু স্বাস্থ্য ঃ—শ্ৰীমকছেদ আলি, সভাপতি
শ্ৰীনচিৰুদ্দিন আহমদ, সম্পাদক

ৰেডক্ৰচ আৰু প্ৰাথমিক চিকিৎসা ঃ—ডাঃ ৰামেশ্বৰ কলিতা, সভাপতি
ডাঃ জ্ঞানদা ৰায় বৰুৱা, সম্পাদক

মঞ্চ আৰু তোৰণ ঃ—শ্ৰীআদ্যনাথ শৰ্ম্মা, সভাপতি
শ্ৰীভৱেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, সম্পাদক

সঙ্গীত ঃ—শ্ৰীনৰেন্দ্ৰনাথ দত্ত, সভাপতি

শ্ৰীৰমণী বৰ্ম্মণ, সম্পাদক

বুৰঞ্জী শাখা আৰু আলোচনা চক্ৰ ঃ—শ্ৰীউমাকান্ত শৰ্ম্মা, সম্পাদক

কবি সন্মিলন ঃ—শ্ৰীউমাকান্ত শৰ্ম্মা, যুটীয়া সম্পাদক

শ্ৰীজমিৰুদ্দিন আহমদ,

প্ৰচাৰ ঃ—শ্ৰীপ্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্ত্তী, সম্পাদক

পোহৰ যোগান ঃ—শ্ৰীদিলীপ সেন গুপ্ত, সভাপতি

শ্ৰীমুনীন্দ্ৰনাৰায়ণ চৌধুৰী, সম্পাদক

স্বেচ্ছা সেৱক ঃ—শ্ৰীকৰুণাকান্ত শৰ্ম্মা, সভাপতি

শ্ৰীঅতুলচন্দ্ৰ গোস্বামী, সম্পাদক

অফিচ পৰিচালনা ঃ—শ্ৰীৰবি বৰ্ম্মণ,

শ্ৰীদীনেশ ভট্টাচাৰ্য্য

শ্ৰীকেশৱ তালুকদাৰ

অনুসন্ধান ঃ—শ্ৰীকৈলাশচন্দ্ৰ শৰ্ম্মা, সম্পাদক

সভাপতিৰ শোভা যাত্ৰা ঃ—শ্ৰীগণেশ্বৰ শৰ্ম্মা, সম্পাদক

আসন-ব্যৱস্থা ঃ—শ্ৰীঈশ্বৰচন্দ্ৰ বৰুৱা,

শ্ৰীসুৰেন্দ্ৰ শৰ্ম্মা,

শ্ৰীকৰুণা শৰ্ম্মা,

শ্ৰীহৰেশ্বৰ বৰ্ম্মণ,

---




সভাপতিক লৈ অসংখ্য জনতাৰ শোভাযাত্ৰা



শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰে পতাকা উত্তোলন কৰিছে



শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে আদৰণী ভাষণ দিছে



শ্ৰীডিম্বেশ্বৰ নেওগে মুকলি অধিবেশনত
তেখেতৰ অভিভাষণ পাঠ কৰিছে



শ্ৰীমহাদেৱ শৰ্মাই উদ্বোধনী ভাষণ দিছে



মঞ্চৰ ওপৰত সাহিত্য সভাৰ কৰ্মকৰ্তাসকলৰ কেইজনমান



ডঃ হৰেকৃষ্ণ মহতাব



ন্যায়াধীশ মেহৰোত্ৰা



সঙ্গীত সন্মিলনৰ সভাপতি শ্ৰীমুক্তিনাথ বৰদলৈ



মাজত সস্ত্ৰীক শ্ৰীপ্ৰমথনাথ চক্ৰবৰ্তী,
সোঁফালে দাঁতিত শ্ৰীদৈবচন্দ্ৰ তালুকদাৰ



বুৰঞ্জী শাখাৰ সভাপতি শ্ৰীসৰ্বেশ্বৰ বৰুৱা



আলোচনা-চক্ৰৰ সভাপতি শ্ৰীহেম বৰুৱা



অধিবেশনত যোগ দিয়া প্ৰতিনিধিসকলৰ একাংশ



মুকলি অধিবেশনত যোগ দিয়া
আইসকলৰ একাংশ



প্ৰদৰ্শনী-মণ্ডপৰ একাংশ



—অভ্যৰ্থনা সমিতিৰ কৰ্মকৰ্তাসকলৰ কেইজনমান—

বহি (বাওঁফালৰপৰা):—ডাঃ নৃপেন্দ্ৰমল্ল বৰুৱা, শ্ৰীহৰিচৰণ পাঠক, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী। থিয়হৈ (বাওঁফালৰপৰা):—অধ্যাপক ঈশ্বৰচন্দ্ৰ বৰুৱা, শ্ৰীমহেন্দ্ৰনাৰায়ণ চৌধুৰী, অধ্যাপক উমাকান্ত শৰ্মা, অধ্যাপক শশী শৰ্মা।

